# শিমলুৰ চকুলো



আপোনাৰ স্বাধীনতাৰ দাম দিছে আপুনি।
মাতো'ক বেচি দাম দিছে গঞা চলাই।
গঞাৰ বুকুৰ তেজৰ সাক্ষী শিমলু ডালৰ
চকুলোৱে আপোনাক আকৌ এবাৰ সুৱাই
'নৱ বিপ্লৱিচৰ বল দিবে বাবলৈ।...
হয়তু' শিমলুৰ চকুলোৰ পানী কণে
আপোনাৰ চকু দুৰিও এবাৰ'ল তিয়াই
'দৰ।

শ্ৰীজিতেন বৰঠাকুৰ

সিণ্ডিকেট
অসম

অসম সাহিত্য মন্দিৰ
তেজপুৰ :: অসম



# শিমলুৰ চকুলো

বুঢ়া শিমলুডালে মূৰ ডাঙি থিয় হৈ থাকে। কেইডালমান শকত শকত শিপাই গৈ পানী চুইছেগৈ। বুঢ়া লুইতৰ পানী বুঢ়া শিমলুৰ ভৰিৰ দাঁতিয়েদি বৈ যায়, জানিবা তাহানিৰ পুৰণি বন্ধু। কিন্তু সেই বুঢ়া লুইতৰ সৌহাৰ্দ্যই পুৰণি বন্ধু শিমলুক গৰাখহনিয়াৰ আচোঁৰ নলগাকৈ ৰাখিব পৰা নাই; অবাধ্য পুত্ৰৰ দৰে গৰাখহনিয়াই শিমলু ডালৰ আধা শিপা নঙঠা কৰি পেলাইছে। পাৰেদি পাৰ হৈ যোৱা বা তাতে নাওঁ বন্ধা কোনো কোনো ভাৱপ্ৰৱণ নাৱৰীয়াই হয়তো তাকে দেখি দুঃখ প্ৰকাশ কৰে, কিন্তু কোবাল সোঁতত নাও বান্ধিবলৈ সেই শিপা কেইডালকে অৱলম্বন কৰি লয় আৰু প্ৰত্যেক নাৱৰীয়াই ঘাটত নাও বান্ধি চাউলসিজোৱাহুটা আৰু ভজা মাছ ডোখৰ বান্ধি লওঁতে আবদ্ধ অভিজ্ঞতাৰ পৰা জানে যে শুকান উলুখাগৰিৰ লগত অলপ কাঠখৰি নিমিহলালে সিজা চাউল গোট মাৰে আৰু ভজা মাছ কেঁচা হয়, গতিকেই নিৰ্ব্বিবাদে বুঢ়া শিমলুৰ বুঢ়া শিপাকেইডালতে কুঠাৰ চলায়।

যি কালৰ পৰা লুইত বৈ আহিছে সেইকালে মুখ কৰি

শিমলুডালৰ গাতে আউজি আছে এটা শিল মাজতে এটা প্ৰকাণ্ড ফঁাট, ইমূৰৰ পৰা সিমূৰলৈ। দাঁতিতে পৰি আছে আৰু বহুশিল, সৰু ডাঙৰ নানা আকাৰৰ, যেন কোনোবা চেনেহীয়ে মাছলৈ যোৱাঁ কোনোৱা মাটিৰামলৈ বাট চাই চাই পানীৰ ঘূৰ্ৰলিতে শুই পৰিছে। চেনেহীয়েই হয়—নহলেনো সেই অকণমান আইঁতডালে সেঁাবুকু ফাটটোৰ মাজৰ পৰা চাৰিওফালে কৌতুহলেৰে চকু ফুৰাবলৈ ক'ৰ পৰা ৰস পাব, নাইবা উলু বা কহুৱাফুলৰ গছবোৰ তাতেই ইমান দীঘল দীঘল হব কেনেকৈ। শিমলুডালৰ ঐতিহ্য হয়তোকোনোবা তিনিমূৰীয়া বুঢ়াকে সুধিব লাব পাৰে, কিন্তু শিলটো সেই তিনিমূৰীয়া বুঢ়াই যেতিয়া চুৰ্চৰি ফুৰিছিল তেতিয়াই তিনিমুৰীয়া বুঢ়ায়ো চুচঁৰি ফুৰাৰ পৰা একেদৰেই দেখি আহিছে। হয়তো উতনুৱা ঢউবোৰে শিলটোতে নিষ্ফল আঘাত হানি অপমানত শিমুলডাললৈ মন নকৰি দাঁতিয়েদি মূৰদাঁৱাই কোবাল গতিত সশব্দে বৈ গৈছে। তথাপি দেখিলে এনেহে লাগে যেন বুঢ়া শিমলুডালে আদৰৰ শিলচটাৰ ওচৰত থিয় হৈ ভাবিছে—কেতিয়ানো টোপনি ভাগিব ?

শিমলুডালৰ তলতে বাটটো। মানুহৰ খোজে অলপ ঠাই বন নগজাকৈ থৈছে। তাৰ বাহিৰে দূৰণিৰ হাবিখনলৈকে ঘন বিৰিণা, কহুৱা আৰু উলুবনৰ গছ। মুকলিঠাই ডোখৰতে নাৱৰীয়াই বন্ধা-বঢ়া কৰে, সিপাৰৰ পৰা জীয়ৰী-বোৱাৰী আহি গা পোনায়, বাপেক-মাকে দূৰনিলৈ যাবলৈ ওলোৱা পুতেকক উপদেশ দিয়ে, নিছলা গঞাই চৰকাৰী বিষয়া আৰু মহাজন

কেঁঞাক নিষ্ফল শেষ আবেদন জনায়। বুঢ়া শিমলুৱে সকলো দেখে, গহীনাই মূৰ দুপিয়ায়—একো নামাতে।

ঘাটৰ সেই মুকলি ঠাই ডোখৰৰ পৰা কেঁচা বাটটোৱে অকাঁই-পকাই আগবাঢ়ি ওচৰৰ হাবিখনতে হেৰাই গৈছে। কিন্তু য'ত হেৰাই গৈছে তাতেহে বাটৰ আচল সত্তা ফুটি উঠিছে। দূৰৰ পৰা হাবি যেন দেখি আচলতে সেইখন গাওঁ। তাৰে পৰা বাটটো পোন আৰু অপেক্ষাকৃত বহল হৈ গৈছে। উলুবনৰ মাজৰ বলিয়ালি ইয়াতো কৰিলে নহব। কেনেকৈ নো হয়—আদিম যুগৰে পৰা বাটৰ ওপৰতে পোনাহঁতে ঘিলা খেলি আহিছে, গোধূলি গৰু খেদি আনিছে, মাকে কোমল চাউলৰ লগত গুৰ এখামোচ বেচিকে নিদিয়াৰ কাৰণে ওফোন্দ পাতি সেই বাটৰ ধূলিতে বাগৰিছে, ন-শিপিনীহঁতে বাটৰ দাঁতিতে তাঁতবাতি কৰি সূতাৰ আউল লগাই মাকহঁতৰ ডাবি খাইছে। বাটটো গাৱঁৰ সকলোৰে মাকৰ নিচিনা। মাকেনো লৰাহঁতৰ আগত চলোঁপাতি কৰিব পাৰে নে; খেলি থকা আটাইবোৰ লৰাছোৱালীৰ মূৰত বাটে মৰমৰ হাতফুৰাই দিয়ে। বাৰিষা একাঠু বোকা লৈ বাটটোৱে কান্দে। গাওঁখনৰ দাঁতিয়েদি বৈ অহা জুৰি যেন নৈ খনে বাটৰ লগত অৰিয়া-অৰি কৰি, য'ত বাটক অতিক্রম কৰি গৈছে, তাৰে ওপৰত থকা বাহৰ দলংখন উটুৱাই লৈ যায়। গঞাঁই প্রায় প্রত্যেক বছৰেই লৰাঢপৰাকৈ দলংখন সাজি পেলায়, বোকালৈ চকু দিবলৈ আহৰি নাথাকে। বাটে কান্দে—কিন্তু বুজে—সিহঁতো অক্ষম।

ছুয়োকাষে ভালেমান ঠাল-ঠেঙুলি এৰি বাটটো আগবাঢ়ি

গাঁৱৰ মূৰ পাইছৈগে। তাৰে পৰা পথাৰৰ মাজে মাজে আগবাঢ়ি গৈছে বিণিকি-ৰিণিকি দেখা আন এখন গাৱঁলৈ—ঠিক এইখন গাৱঁৰে প্ৰতিচ্ছবি। এইডোখৰ বাট, বাটে গহীনাই খোজ লৈ গৈছে, কাষৰ ব...গছ, আইতৰ ছাঁত জিৰাই।

বাটটো আৰু তাৰ ঠাল-ঠেঙুলিবোৰেদি এপাক মাৰি আহিলেই গাওঁখনৰ দাৰিদ্ৰ্যৰ ছবি স্পষ্ট ভাৱে চকুত জিলিকি উঠে। প্ৰত্যেক ঘৰ মানুহেই যেন আধুনিক অসমদেশৰ মূৰ্ত্ত প্ৰতীক; প্ৰাচীন ঐতিহ্যৰে ভৰপূৰ, কিন্তু বৰ্ত্তমানত ছালছিগা অৱস্থা। বেচিভাগ মানুহৰ ঘৰৰেই পদূলিত একোটা বাটচ’ৰা, কিছুমান বাটচৰা টিনৰ, কিছুমান খেৰৰ, কিছুমানৰ খুঁটি খুটাকেইটা আৰু কৰা, মাৰলিৰ ভগ্নাৱশেষ দেখিবলৈ পোৱা যায়, কিছুমানৰ খালি ওখ ঢাপ এটাই প্ৰাচীন ঐতিহ্য ৰক্ষা কৰিছে। অধিকাংশ ঘৰতে দেখা যায় বাটচৰাৰ পৰা দুশাৰী তামোল গছে অভ্যাগতক স্বাগত কৰিবলৈ থিয় হৈ আছে। তামোল গছৰ অভ্যৰ্থনা গ্ৰহণ কৰি আগবাঢ়ি গলে পোৱা যায় এখন চোতাল, লিপি-মুচি ধুনীয়াকৈ থোৱা। বিয়াই সভাই তাতে ৰভা সাজি, কাতি আঘোন মহীয়া তাতে মৰণা মাৰে। প্ৰায়ে দেখিবলৈ পোৱা যায় চোতালখনৰ দাঁতিতে মাৰল ঘৰ, গোহালি আৰু ভঁৰাল। কিছুমানে আকৌ ভঁৰালটো মাজে ঘৰৰ মূধত। যিবিলাকে বিগত একপুৰুষৰ ভিতৰত ভঁৰাল বা গোহালি নতুনকৈ সজা নাই, সিবিলাকৰ ভঁৰালটো সাধাৰণতে ইমান ডাঙৰ যে দুবছৰৰ ধান একেলগে ভঁৰালে

আধাও নভবে। গোহালিটো সাধাৰণতে ইমান ডাঙৰ যে গোহালিটোৰ এভাগ সাধাৰণতে ব্যৱহৃত হয় পুৰণি ভগা-ছিগা বস্তুৰে। যাৰ ঘৰত তেনেকুৱা ভঁৰাল বা গোহালি আছে সেই ঘৰে সাধাৰণতে মানুহৰ আগত বৰাই কয়—'আমাৰ আজু ককাদেউতাৰ দিনত এনেকুৱা সাত আঠটা ভড়াল আৰু গোহালিত, ধান আৰু গৰু ঠাঁই খাই আছিলে।' কথাটো হয়তো অতিৰঞ্জিত, কিন্তু আজু ককাৰ দিনত সংখ্যাটো, সাত বা আঠ কৰি যে লব পাৰি, তাৰ প্ৰমাণ পোৱা যায় বৰ্ত্তমান গোহালিত থকা ভগাবস্তুবোৰ এবাৰ চালেই। ভগাবস্তুৰ মাজত সাধাৰণতে ডাঙৰ ডাঙৰ নাঙল। কিছুমান ভগা পঁহিডোলা, কেতবোৰ ভগা ফুলাম জাপি, কঠাল কাঠৰ ৰঙচুৱা শকত শকত চালপীৰাৰ খুৰা, ভগা জপা, ভগা পেৰা ইত্যাদি। তেনেকুৱা মানুহৰ গোঁসাই ঘৰৰ ভগা ৰং উঠা মণিকুটটোও চাব লগীয়াই হয়।

ডাঙৰ বাটটোৰ পৰা ডাঙৰ ঠেঙুলিটো যি ঠাইডোখৰৰ পৰা ফাটি গৈছে সেইখিনিতে গাওঁবুঢ়া ৰতনাৰ ঘৰ। তাৰ তামোল-পানৰ বাৰীত কাঁড় মাৰিলে নসৰকে। তাৰ কিন্তু বাট-চৰা নাই। ওখ ঢাপটোৰ আগতে নঙলা কেইডাল, নঙলাৰ সিপাৰে গাঁৱৰ একমাত্ৰ নিমখতেলৰ দোকানখন শ্ৰীগণেশপ্ৰসাদ গঙ্গা-প্ৰসাদ বদ্ৰিনাৰায়ণৰ। আগেয়ে ইয়াৰ পৰা ছুনলমান আঁতৰত ভদীয়াৰ দোকানখন আছিল—নিমখ-তেল, কেৰাচিনতেল, গোন্ধতেল, চাবোন আৰু কিছু গেলামালৰে সৈতে দোকানখনৰ

কৰ্ত্তাৰ পৰা বচিৰে ওলোমাই থৈছিল ভীমকল, নাৰিকল, বঁতিয়া ইত্যাদি। তেতিয়া তাৰ খাব পৰাকৈ আয়ো হৈছিল, কিন্তু কেঞাঁৰ দোকান হোৱাৰে পৰা তাৰ দোকান উঠি গ'ল। প্ৰায় ভগা দোকানখনত এতিয়া হেঙাৰ দি খোৱা হৈছে, তাৰ নিজঘৰৰে ভগা দোলা এখনৰ ঘোৰা-শলখা এডালেৰে। ঘৰৰ চৌপাশে চোৰাতনিৰ বাহিৰে একো নাই। মৌজাদাৰ থাকে সেই পথাৰৰ সিপাৰৰ গাওঁখনত।

## —দুই—

দহবছৰৰৰ আগৰ কথা ভগীৰামৰ বয়স তেতিয়া পঁয়ত্ৰিশ বছৰমান হ'ব। তাৰ নিজৰ ভাগৰ কুৰি পুৰা মাটি চলাই, গাঁৱৰ মাজত এজন বুলি সি খাই আছে। হালৰ সময়ত তিনটাকৈ মানুহ দিন হাজিৰাকৈ নখটালে তাৰ নচলে। ওখই সি চাৰে পাঁচফুটমান হ'ব। কান্ধ দুখন ঘূৰণীয়া, গাল দুখন শোতোঁৰা আৰু অলপ সোমোৱা। দুডাল শকত শিৰা হাতৰ বাউসীৰ পৰা স্পষ্টভাৱে হাতৰ জোৰালৈকে অকাঁই-পকাই আগবাঢ়ি গৈছে। হাতৰ তলুৱাখন খহটা আৰু ওভোটা ফালটো শকত শকত শিৰাবোৰে ওখকৈ থৈছে। সামান্য অঙ্গচালনাতেই হাত, বুকু, আৰু পিঠিৰ মাংপেশীবোৰে ঔদ্ধত্য প্ৰকাশ কৰে। সৰুৰে পৰা হালবোৱাৰ অৱশ্যম্ভাৱী ফল হিচাবে সি অলপ চাপৰি খোজ কাঢ়ে। বৈণীয়েক গোলাপী নিৰ্ব্বু প্ৰকৃতিৰ তিৰোতা।

পুতেকহঁতৰ কথাৰ বাহিৰে আন কোনো কথাতে তাই মত প্ৰকাশ নকৰে, আনকি তাঁতশালৰ বিষয়েও নহয়। মত প্ৰকাশ কৰিবলৈ কোনো মত যে ভগীমনে বাকী থৈছে তেনে বিশ্বাস নহয়। সৰু পুতেক ৰাতিয়াৰ বাহিৰে আন দুটা পুতেক বেথাই আৰু কাতিয়াৰ লগত তাইৰ বিশেষ সম্বন্ধ নাই বুলিলেই হয়। বিয়া হোৱাৰ এবছৰ পিচৰে পৰা ভগীমনে হাতৰ জোৰৰ পৰীক্ষা গোলাপীৰ ওপৰত নিতৌ কৰি আহিছে। আন বহুত কথাৰ লগত গোলাপীয়েও এইটো প্ৰাপ্য বুলিয়েই ধৰি লৈছিল, পিচে বেথাই ডাঙৰ হবৰে পৰা ভগীমন অলপ সহনশীল হৈ পৰিছে।

তামোল খাই সি ওপৰলৈ এবাৰ চাই লয় বেলিটো কিমানত আছে। গৰু খুলিবৰ হলেই, এতিয়াও ভালেমান বাকী। আজিয়েই এইখন পথাৰ শেষ নকৰিলেই নহয়। যিহে আগৰতৰীয়া বৰষুণ পৰিছে, একে দিনাই আলিয়ে-পথাৰে সমান কৰি দিব।

"ঘূৰ্ ঘূৰ্, হেৰৌ ভতুৱা যাচোন, তয়ে মনায়ে সৌ সিটো চুকৰ পৰা আৰম্ভ কৰ, মই কলিমনকো পঠিয়াই দিছোঁ, যা। এইটো চুকময়ে মাৰিম।

মূৰত এখন ৰঙীন গামোচা। টান মুঠিয়াকৈ সি হালখন ধৰি লয়। নাঙলৰ ফালৰ আগত বিভক্ত হৈ যায় পথাৰৰ মাটি। তথাপি মাটি আৰু নাঙলৰ সম্বন্ধ যেন অতি মধুৰ। নাঙলৰ পৰশত সজীৱ, কৰ্ম্ম চঞ্চল, হৈ পৰে মাটি। মাটিৰ শ্ৰেষ্ঠদান

শস্যৰে ভৰি পৰিবলৈ নাওলে দিয়ে আত্মবিসৰ্জ্জন। সন্ধিয়াৰ আধা পোহৰ, আধা আন্ধাৰত পথাৰৰ একা-বেকা অসংবদ্ধ শাৰীবোৰে সৃষ্টি তোলে এটা মোহময় দৃশ্য—যেন কোনোবাই মাটিৰ কোমল গালত মৰমৰ হাত ফুৰাই দি গুচি গ'ল।

তেতিয়া হালৰ সময়। গাওঁভৰি ব্যস্ততাৰ চিন। সকলো ব্যস্ত হালোৱাৰ গাত তৰণি নাই। ভগীমন কামিলা মানুহ। মানুহ সি চিৰ্নি পায়। তাৰ নিজৰ আৰু তাৰ শেনচকুৰ আগত কাম কৰা লগুৱাইতৰ অক্লান্ত পৰিশ্ৰমৰ ফলত আটাইতকৈ আগেয়ে তাৰে হাল বোৱা শেষ হল। ঠিক তিনি দিনৰ মূৰত বৰষুণে ওন্দোলাই আহে। নৈ, বিল, খেতি-পথাৰ পানীৰে উপচি পৰে। গাঁৱৰ মানুহে যেতিয়া উখল-মাথলকৈ হাল বায় সি তেতিয়া কঠিয়াতলীত থিয় হৈ চায়—কেনেকুৱা কঠিয়া হল। কঠিয়াতলীত সি অকল নিজৰ মাটিৰ জোখাকৈয়ে কঠিয়া নেপেলায়, প্ৰয়োজনৰ অতিৰিক্ত কঠিয়াখিনি সি বেচি দিয়ে। সাধাৰণতে তাৰ মুৰেদি ভুঁই ৰোৱাই লয়, নহলে মানুহ চাই দান দি দিয়ে। গাঁৱৰ বহুতেই এই কাৰণেও তাৰ অনুগত।

সেইদিনা বাতিপুৱাৰ কথা। তাৰ গা ভাল নহয়। লগুৱাকেইটা হাললৈ ওলাই গৈছে। দূৰণিৰ এখন পথাৰত হাল বাবলৈ তেতিয়াও বাকী। গোলাপীয়ে গাখীৰ খীৰাইছে। বেথায়ে তাৰ অভ্যস্ত সুৰত গাইছে—"নৈৰে সিপাৰত নাৰায়ণ শিমলু ....।" বৰপুতেক বেথাৰাম বোল বছৰীয়া, কিন্তু দেখাত ১৯৷২০ বছৰ বয়স হোৱা যেন দেখি। বাপেকতকৈ এবেগেত

ওখ্যা মাকৰ মতে তাৰ হাল ধৰিবৰ হোৱা নাই। সেয়েহে ধিতিঙালি কৰি আৰু গৰু চৰাই সি দিন কটায়।

"হেৰৌ বেথাই, তয়েচোন আজি পথাৰলৈ ওলাই যা। কালি বৰষুণত তিতি মোৰ মূৰটো তিংতিঙাই আছে। হাল বাব নালাগে, পথাৰৰ দাঁতিতে থিয় হৈ থাকিবি। মানুহ নেদেখিলে ভতুৱাইঁতে কূটা এডালো ছুডোখৰ নকৰে।"

এনেয়ে সি অসুখক নোপোছেই। সঁচাকৈ কৰলৈ গলে হালৰ দিনত কোনো খেতিয়কেই তাৰ কাৰণে মূৰ নঘমায়। কিন্তু ভগীমনে জানে যে পথাৰত কাম প্ৰায় শেষ, এনে অৱস্থাত তাৰ এদিনৰ অনুপস্থিতিত কোনো কামেই পৰি নাথাকে। তদুপৰি সি বিচাৰে যে বেথায়েও পথাৰৰ আওভাও বুজক। সি যোল্ল বছৰীয়া হৈছেহি। এতিয়াও হালৰ মুঠিটোকে ধৰিব নাজানে। ভগীমনে মনত পেলাবলৈ চেষ্টা কৰে সি কেতিয়াৰ পৰা হাল বাবলৈ শিকিলে⋯ওহো মনত পেলাবই নোৱাৰি। চুচঁৰিবলৈ এৰিবৰ পৰাই সি হাল ধৰিছে নেকি ? অৱশ্যে বাপেক থকালৈকে তেনেকৈ হাল বাব লগা হোৱা নাই। কেতিয়াবা মন গলে এখন চেচোৰাইছে, গৰু চৰাইছে, পকাধানৰ পৰা চৰাই খেদিছে। এইবোৰেই বাপেক থকাৰ সময়ত সি কৰা কাম। পুৰণি দিনৰ কথাবোৰ মনত পৰি তাৰ মনটো উদাস হৈ পৰে।

'পিতাই, মই যাব নোৱাৰোঁ।'

'কেলেই ?'

'মোৰ কাম আছে।'

'কি কাম ?'

বেথায়ে নামতে।

গোলাপীয়ে চাহিপানী এটোপা আনি দিয়েহি, কাৰা চাহত সৰহকৈ গাখীৰ দি, লগতে এখামোচ গুৰ। গোৰগোৰাই গোৰগোৰাই ভগীমনে চাহ খায়। খাই উঠি দেখে বেথাই নাই। তাৰ ব্ৰহ্ম ৰন্ধ্ৰ খণ্ডত জ্বলি উঠে।

'কলৈ গ'ল সি ?

ঘৰৰ এটায়ে জানে এইটো প্ৰশ্ন কাকো পোন পতীয়াকৈ কৰা হোৱা নাই। কিন্তু যেয়ে উত্তৰ দিব তাৰ গাতে গোটেই খংটো পৰিব। কাতিয়াই গৰু লৈ ওলাই যায়। ভগীমনে সি যোৱা ফাললৈ কিছু সময় কপাল থোপাকৈ চাই থাকে। এবাৰ খপকৈ উঠে বেৰৰ পৰা হালোৱা এছাৰি ডাল আজুৰি লয়। শব্দ শুনি গোলাপী ওলাই আহে।

'ডাঙৰ-দীঘল হৈ বুদ্ধি বৃত্তি হ'লে নিজেই যাব।'

এতিয়াও সি ডাঙৰ হ্বলৈ বাকী আছে হ ? যোল্ল বছৰ বয়সত মই হাল বোৱা নাছিলোঁ। ? তয়েই ইয়াৰ মূৰটো খালি।

সি পোনেই গৈ ভদীয়াৰ দোকানত সোমায়গৈ। তাতে আৰু ভালেমান মানুহ আছিল।

হেৰৌ তইঁতে বেথাইক এই ফালেদি অহা দেখিছিলি ?

'অঁ দেখিছিলোঁ। তো, ভদীয়াই হাঁহি মাৰি কয়, সি হাল লৈ

পথাৰৰ পিনে ওলাই গৈছে, সিনো কেতিয়াৰ পৰা হাল বাবলৈ শিকিলে অ' ?

হাল লৈ ওলাই গৈছে ?

ভদীয়াৰ প্ৰশ্নৰ উত্তৰ দিয়া কিমান অনাৱশ্যক, তাকে প্ৰমাণ কাৰ সি ওলাই আহে। দোকানৰ আটাইখনৰ আচৰিত লাগে আজি ভগীমনৰ কি হ'ল। বুঢ়া মনবৰে চিঞৰি চিঞৰি শোধে—হেৰৌ ভগীমন কি হল তোৰ ? শুনি যাচোন, শুনি যা।

ভগীমন তেতিয়া গৈ গাওঁবুঢ়াৰ ঘৰৰ আগ পাইছেগৈ।

ইহঁতৰ বাপেক-পুতেকৰ খৰিয়াল লাগিল যেন পাইছোঁ। এই ভগীমনৰ খংটো বৰ বেয়া। হেৰৌ আমিও আগ-বাঢ়ি যাওঁ বল।

ভগীমনে পথাৰত গৈ দূৰৰ পৰাই দেখে যে বেথায়ে আলিৰ কাণতে অনভ্যস্ত হাতেৰে হাল বাইছে। বেলিৰ পোহৰত তাৰ কুমলীয়া পৰিপুষ্ট গাটো জিলিকি উঠিছে। ভতুৱাইঁতে কাম কৰিছে। তাক হাল বোৱা দেখি ভগীমনৰ মনটো কুমলি যায়। পেটে পেটে সি এটা গৰ্ব্ব অনুভৱ কৰে—কাৰ এনেকুৱা ওখ-পাখ শকত-আৱত পুতেক আছে ? তথাপি সি মুখখন ওন্দোলাই আলিৰ ওপৰত থিয় হৈ সোধে—

যদি হাল বাবলৈ আহয়ে তেন্তে ৰাতিপুৱাৰে পৰা দিনটোলৈকেলেই খং তুলি দিছিল ?

বেথাই নিমাত।

কথা নকৰ কেলেই, গোলামৰ পো।

সি নিজকে নিজ গালি পাৰে, ৰাতিপুৱাৰ খংটোৱে উক দি উঠে। তথাপি বেথাই নিমাত। খঙত বেথাইৰ ব্ৰহ্মতালু জ্বলি উঠে।

হালোৱা এছাৰিৰ একেটা কোবতে মূৰটো চিঙি পথাৰৰ বোকাত গুজি দিম।

কেলেই ?

প্ৰস্তাৱটো সমৰ্থন কৰিব নোৱাৰি বেথায়ে প্ৰশ্ন কৰে।

কিয়নো.........

ময়ো হালৰ ফালটো তোৰ পিঠিত সুমুৱাই বুকুৰে উলিয়াই দিম।

বেথায়ে গহীনাই তাৰ কাৰ্য্যসূচী প্ৰকাশ কৰে।

ভদীয়া, মনবৰইতে ভগীমনক আহি নধৰিলে সি বেথাইৰ হাড় এডাল এডাল কৈ বাচি পেলালেহেঁতেন। পথাৰৰ সিচুকৰ পৰা ভতুৱাহঁতো লৰি আহে। বেথায়ে গৰু হাল এৰি তাৰ দীঘল দীঘল ভৰিৰে গাঁৱৰ পিনে খোজ লয়।

তাক মৰিয়াই মাৰি পেলাম মই। মাৰি উঠি তুলাদি উশাহ চাম। ভগীমনে তাৰ খংটোৰ পৰিমাণ কৰিবলৈ ৰাইজক সুবিধা দিয়ে।

কেলেই সি তোৰ পুতেৰ নহয় ? মনবৰৰ মাতত বুজনিৰ সুৰ।

হুলই বা—
কাৰ পুতেকে খিতিঙালি নকৰে ?
সি কেলেই মোৰ কথা নুশুনিব ?

তই তোৰ বাপেৰৰ কথা শুনিছিলি ? মনত আছে নে নাই এবাৰ তোক তোৰ বাপেৰে কোবাইছিলে—পথাৰৰ পকাধানৰ পৰা চৰাই নেখেদি তই টাং গুটি খেলি থকা কাৰণে ? তেতিয়া দেখোন তই মোমায়েৰৰ ঘৰলৈ পলাই গৈছিলি। সেইবাৰ দেখোন তোৰহে দোষ আছিল। তই টাংগুটি খেলি থাকোঁতে ইফালে চৰায়ে ধান আইধাই কৰিছিল। ই দেখোন হাল বাবলৈ অহিছিলেই, তই তাক নেদেখা ভাও জুৰি ঘৰলৈ উভতি যাব পাৰ্..হেৰৌ কেৱল কোবালেই লৰা শাসন কৰা নহয়। সিহঁতৰ মনৰ কথা জানিব লাগে।

ভগীমনে একো নামাতে। গহীনাই গাঁৱৰ পিনে খোজে লয়। মানুহবোৰে দিহা-দিহি গুচি যায়। ভতুৱাহঁতে আকৌ কামত লাগে। ভগীমনে আহঁতজোপাৰ দাঁতিয়েদি ঘূৰি নদীৰ পাৰৰ পিনে খোজ লয়। সি জানে কাতিয়াই তাতে গৰু চৰাইছে। দূৰৰ পৰাই মহৰ শিঙৰ পেপাঁৰ মাত শুনি বুজি পায় যে কাতিয়াই গৰু মেলি দি শিমলুতলৰ শিলটোত বহি পেপাঁ বজাইছে। বেথাইৰ অবাধ্যতাৰ কাৰণে তাৰ গোলাপীলৈ যিটো খং উঠিছে তাৰে প্ৰতিশোধ লবলৈ সি ঠিক কৰি আহিছে যে কাতিয়াক দুটা কানতলীয়া চৰ মাৰি কানত ধৰি টানি নি হাল বাবলৈ লগাই দিব। ওচৰ চাপি দেখে যে কাতিয়াই পেপাঁ

বাজোৱা নাই, বজাইছে আন এটা তাবে সমনীয়া লৰাই। কাতিয়াক নেদেখি সি লৰাটোক সুধিলে কাতিয়া তালৈ আহিছে নে নাই। লৰাটোৱে অসমীয়া গাৱঁলীয়া লৰাৰ নিৰ্লিপ্ততাৰ উত্তৰ দিলে যে সি আহিছিল পিছে এতিয়া দেখোন নাই।

সি যে এতিযা নাই সেইটো ময়ো বুজিছোঁ গৰু ! আৰু সেই কাৰণেহে তোক সুধিছোঁ।

লৰাটোৱে তেতিয়া আকৌ তাৰ হেৰোৱা সুৰটো বিচাৰিবলৈ আৰম্ভ কৰিছে। ভগীমনৰ অদম্য ইচ্ছা হয় লৰাটোৰ চুলিকোছাত ধৰি নৈলৈ দলিয়াই দিবলৈ।

বিৰিনাৰ মাজত হঠাৎ খচখচনি শব্দ শুনি সি চাই দেখে কাতিযাই কৰবাৰ পৰা পাত এসোপা আনি এজনী গৰুৰ আগত দিছেহি। আন গৰুবোৰে অবাক হৈ লুব্ধ দৃষ্টিৰে পাত সোপালৈ চাই থাকে। ওচৰৰ গৰু এটাই ওচৰ চাপিও আহে। কাতিযাই বীৰদৰ্পে তাক এছাৰি এডালেৰে কোবাই খেদি দিয়ে। ভগীমনো কম আচৰিত হোৱা নাই। কাতিয়াক পালে কিহে ? সি ভাবিবলৈ চেষ্টা কৰে এনেকৈ কাতিয়াই গোজাতিৰ বিশিষ্ট সভ্য কোনো গাভীৰ প্ৰতি এনে অতুলনীয় পক্ষপাতিত্বৰ নিদৰ্শন আগেয়ে কেতিয়াবা দেখুৱাইছিল নে নাই। বাপেকক দেখি কাতিয়াই একে লৰে বাপেকৰ ওচঁৰ পায়হি।

পিতাই, পিতাই এইপিনে আহচোন।

কি হ'ল অ' ?

আহচোন বাৰু।

কাতিয়াই বাপেকৰ হাতত ধৰি আনি গৰুজনীৰ ওচৰ পায়হি। গৰুজনীয়ে মূৰ ডাঙি চায়।

চা—

ভগীমনে দেখে অদূৰত বিৰিণাৰ ওপৰত এটা নবজাত গৰু পোৱালী, শৈশৱৰ সকলো সৌন্দৰ্য্যৰে সৈতে।

আমাৰ কাজলীজনীয়ে পোৱালী দিলে ; নহয় জানো ?

অঁ, ইমান ধুনীয়া পখৰা পোৱালীটো। পিতাই মাকু কজলা হলে পোৱালী কেনেকৈ পখৰা হয় অ' ?

জানো এখোন।

ভগীমনে পোৱলীটোলৈ চায়। অকনমান পখৰা পোৱালীটো। বিৰিণাৰ মাজত ঘন ঘনকৈ উশাহ লৈছে। ডিঙিটো ডাঙি ডাঙি চৰিওফালে আচৰিত হৈ চাইছে। তাৰ চুটি জীৱনৰ অভিজ্ঞতাৰে বুজিবলৈ চেষ্টা কৰে মানুহ দুটাই ওঁঠ লৰাই শব্দ কৰিছে কেলেই।

পোৱালীটো আৰু গৰুজনী ঘৰলৈ লৈ যাওঁ ব'ল।

কেলেই ইযাত থাকিলে নো কি হয় ?

তই আৰ্তৰলৈ গলেই কাউৰীয়ে খুটিয়াব। ইফালে ফেহুঁও খীৰাৰ লাগিব নহয় ? ঘৰলৈ গলেহে মাৰে খীৰাব পাৰিব।

ব'ল তেন্তে।

কাতিয়াই স্বতঃ প্ৰণত হৈ পোৱালীটো ডাঙি লবলৈ আগ বাঢ়ে।

তই নালাগে ময়ে নিও, তই পেলাবি কৰবাত, গৰুবোৰকে ৰখি থাক।

ময়ে পাৰিম নহয়, নেপেলাওঁ দে ।

গৰুবোৰ কৰবালৈ গলে কি কৰিবি ?

নাযায় নহয়, সৌ গেন্ধেলাই ৰাখিব, ঐ গেন্ধেলা গৰু ৰাখিবি।

শ্বেপা বজোৱা লৰাটোৱে পেপাঁৰ পৰা এবাৰ মূৰ ডাঙি চায়, চাই আকৌ পেপাঁতে মনোনিবেশ কৰে।

আহ বাৰু, গৰুজনী খেদি আন, ময়ে পোৱালীটো লওঁ।

কাতিয়াৰ উৎসাহত অযথা হেঙাৰ দিব নোখোজে, তথাপি সি জানে যে পোৱালীটো লবলৈ নোপোৱা কাৰণে কাতিয়া সন্তুষ্ট হব পৰা নাই। পোৱালীটো তাকে দিব পাৰে, কিন্তু তাৰ নিজৰো এটা অহেতুক লোভ জন্মে পোৱালীটোৰ গৰম পৰশ পাবলৈ।

পোৱালীটো সি ডাঙি লয়। গৰু জনীয়েও লগে লগে উঠি পৰে—চকুত উদ্বেগৰ চিন। অস্ফুট এটা শব্দ কৰি গৰাকীক সোধে 'কি কৰিব খুজিছ' ? এখোজ-দুখোজকৈ বিৰিণাৰ মাজৰ একা-বেকা বাটটোৰে আগবাঢ়োতে পোৱালীৰ কোমল গৰম পৰশত তাৰ এটা বেলেগ অনুভূতি জাগি উঠে। ফৰকাল বতৰ, ফটফটীয়া ৰ'দ, বিৰ্‌বিৰকৈ মৰা নদীৰ চেঁচা বতাহ আৰু শিমলু পাতৰ সোঁ সোঁ শব্দই তাৰ ৰাতিপুৱাৰ খঙৰ চিনমোকাম নোহোৱা কৰি পেলায়।

পদূলিমুখতে দেখা হয় মনবৰ বুঢ়াৰ লগত। নাতিয়েকৰ হাতত ধৰি আহিছে।

হেৰৌ এইটো নতুন পোৱালী নেকি অ' ?

অঁ, ফেঁহু খীৰোৱাই হোৱা নাই।

বেচ্ বেচ্ বেচ ধুনীয়া নোদোকা পোৱালীটো। দমৰা হবলা ? মনবৰৰ লগত কথা পাতিবলৈ ভগীমনে কাতিয়াৰ হাতত পোৱালীটো দি দিযে। হেৰোৱা ধন পোৱাৰ দৰে 'কাতিয়াই পোৱালীটো লৈ ঘৰলৈ ভিৰাই লৰ ধৰে।—অ' আই ! আই। —পিছে পিছে লৰ ধৰে গাইজনীয়ে, মাতৃসুলভ উৎকণ্ঠাৰ চিন্ স্বৰূপে গোজাতিৰ শব্দবিশেষ উচ্চাৰণ কৰি।

হেৰৌ লাহে লাহে—মনবৰে চিঞৰে।

মনবৰৰ নাতিয়েকেও ককাকৰ হাত এৰুৱাই পিছে পিছে লৰ ধৰে।

মনবৰ, ভগীমন দুয়ো হাঁহে।

ইহঁতৰ ৰংটো চা, মনবৰে কয়।

ওলাইছিলি কলৈ ?

এই পথাৰলৈ, এই হালোৱা কেইটাই মোক খাব। ৰৰ লৰাটোৰ জ্বৰ। মাজুটো গৈছে সৌ পানী—গাৱঁলৈ কিবা হেনো মিটিং। সৰুটো গ'ল গৰু চৰাবলৈ ; মই ৰোলো পথাৰৰ পৰা পাক এটাকে মাৰি আহোঁ, বাটতে তোক দেখিলোঁ।

কিহৰ মিটিং অ' ?

কংগ্ৰেছৰ। ওলাব্ৰ যদি ওলাবি, ভাত পানী খাই উঠি লগে ভাগে যাম।

কি হাল খতি কৰি মিটিং শুনিবি।

এঃ ওলাবি আকৌ ; কংগ্ৰেছৰ মিটিং।

বাৰু।

মনবৰে আগবাঢ়ে।

## (তিনি)

সিহঁত যেতিয়া গৈ পায়গৈ, তেতিয়া সভাৰ কাম আৰম্ভ হৈ গৈছে। গাব্ৰঁৰ কংগ্ৰেছ ভাৱাপন্ন ভদ্ৰেশ্বৰ শৰ্ম্মাই আগন্তুক ভদ্ৰলোকক ৰাইজক চিনাকী কৰি দি কৈছে যে তেখেত এজন বিশিষ্ট দেশসেৱক আৰু কংগ্ৰেছ কৰ্ম্মী। এই অঞ্চলৰ সৌভাগ্য সপ্ৰমাণ কৰিবলৈকে তেখেতৰ পদধূলিৰ দ্বাৰা গোটেইবোৰ গাঁওঁ-ভুঁই পৱিত্ৰ হৈ উঠিছে।

শৰ্ম্মাৰ কথা কোৱা শেষ হলত মানুহজন থিয় দিয়ে। চুটি-চাপৰ শকত মিঠাবৰণীয়া মানুহজন। গাত খদ্দৰৰ ধূতি, পঞ্জাবী, চাদৰ, গান্ধীটুপি, গোফ একোৰে অভাৱ নাই।

ৰাইজ সকল, আজি আপোনালোকে মোৰ কথা শুনিবলৈকে যে হাল খটি কৰি গোট খাইছেহি সেই

কাৰণে আপোনালোকৰ নথে শলাগ লৈছোঁ। দেশৰ মানুহৰ দুৰৱস্থা কিমানদূৰ পাইছেগৈ তাক আপোনালোকৰ চকুত আঙুলি দি দেখুৱাই নিদিলেও বুজিব পাৰিছেহঁক। আগৰ ৰবৈয়া অৱস্থাৰ কথা এতিয়া সপোন যেনহে লাগে। ঘৰে ঘৰে আজি হাহাকাৰ, খাবলৈ নাই, পিন্ধিবলৈ নাই, লৰা-ছোৱালী পঢ়াবলৈ উপায় নাই। ময়ো আপোনালোকৰ মাজৰে এজন, সেয়েহে দুটামান কথা আঙুলিয়াই দিবলৈ সাহ কৰিব খুজিছোঁ।

ভগীমণৰ আচৰিত লাগে। উৱা! এখেত আকৌ আমাৰ মাজৰে হ'ল কেনেকৈ? দুৱাৰত থকা হেৱা গাড়ী খন জানো এখেতৰে নহয়? হাল বোৱা, ভুঁই ৰোৱা আৰু হেৱা গাড়ীত উঠি মিটিং কৰা একে মানুহৰে কাম নেকি?

এখেতৰ তেও কথা কেইটা বুজি পায়। মনবৰে ফুচ্‌ফুচায়, আগৰজনে নো কি বলকি গল তৰ্কিবই নোৱাৰিলোঁ।

আমি আমাৰ দুৰৱস্থা দেখি হাত সাৱটি বহি থাকিলে নহব। ইংৰাজৰ ৰাজত্বই আমাৰ দুৰাৱস্থাৰ কাৰণ সন্দেহ নাই। কিন্তু কৰোঁ বুলিলে আমি নিজেও বহুত কাম কৰিব পাৰোঁ। এই পানী গাৱঁৰে পঢ়াশালীটোৰ ছাল কেইখন বাতি ললে আমাৰ কাৰো হানি-বিঘিনি নহয়, সেইদৰে বাহঁৰ দলং কেইখন আমি নকৈ সাজি পেলাব পাৰোঁহক, নিজৰ ভৰিৰ ওপৰত থিয় হব নোৱাৰিলে কাৰো উন্নতি হব নোৱাৰে।

এইবোৰ মনবৰেও কয়—ভগীমনেও ভাবে।

কিন্তু এটা কথা নিজে খাইবই সুখেৰে থাকিলেই নহ'ব, দেশৰ পৰা ইংৰাজক খেদিবলৈকো যুজিব লাগিব। তাৰ কাৰণে অসহযোগেই একমাত্ৰ উপায়। অসহযোগ মানে হল কোনো কথাতে চৰকাৰক সহায় নকৰা। আমি নিজে পঞ্চায়ত পাতি নিজৰ মাজতে আলোচনা কৰি গোচৰ সুধিব পাৰোহঁক, চৰকাৰৰ আদালত বাগৰাৰ একো সকাম নাই। নিজৰ পথাৰৰ ধান-চাউল বিদেশী মহাজনক নেবেচোঁ, বিদেশী কাপোৰ নিকিনোঁ, নিজেই বই—কাটি লমহঁক, বিদেশী চৰকাৰক কৰ নিদিওঁ, সেই কৰ নিজৰ চৰকাৰ নেহোৱালৈকে গাঁৱৰ হিতৰ অৰ্থে খৰচ কৰিমহঁক।

কি কব খুজিছে ই? মনবৰৰ মূৰৰ গণ্ডগোল হৈ যায়। পঞ্চায়ত জানিবা আছেয়ে, তাত গোচৰ সোধা একো ডাঙৰ কথা নহয়। কিন্তু ধান নেবেচা? ধান নেবেচিলে নিমখ—তেলৰ পইচা আহে কৰ পৰা? আটাইৰে ওপৰৰ ৰাজকৰ গুৰুকৰ বন্ধ কৰা কথা—।

আমি জানো, এইবোৰ কথা নিচেই উজু নহয়। তাৰ কাৰণে হয়তো আমি বহুত ভুগিবলগীয়া হব পাৰে। পুলিচৰ অত্যাচাৰ। টেকেলা-বেঙেনাৰ বৰ মাত, আটাইকে সহ্য কৰিবলগীয়া হব পাৰে। কিন্তু পৰাধীন দেশত গোলামীৰ তুলনাত সেইবোৰ একো নহয়। মহাত্মা গান্ধীৰ ওপৰত বিশ্বাস ৰাখি। ঈশ্বৰক ভৰসা কৰি চলিলে এটাইবোৰ বাধা হেলাৰঙে পাৰহৈ যাব পাৰিমহঁক।

অ' এতিয়াহে বুজিছো ভগীমনে নাভাবি নোৱাৰে, তুমি এইদৰে বৰ কথা কৈ আটাইকে পগলা কৰি যাবা, পিচে পুলিচে আহি যেতিয়া ভেটীত তিতা লাও গজাবহি তেতিয়া তুমি ফস্তি মাৰি নগৰত হেৱা গাড়ীত উঠি গা ঘেলাবা। মহাত্মাৰ কাৰণে আমি মৰিবও পাৰোহঁক, কিন্তু বোপাই, মোৰ সাত পুৰুষে মাৰ খাই কেতিয়াও কাৰো ভৰিত ধৰি পোৱা নাই। চৰম অবিশ্বাসত ভগীমনে বাকী কথালৈ কাণ দিয়ে। কথাবোৰ একাণে দি সোমাই ইকাণেদি ওলাই যায়।

যেতিয়া বক্তৃতা শেষ হ'ল তেতিয়া যেন হাত চাপৰিৰ জাউৰি শেষ নহবই। হৰি ধ্বনি কৰি ৰাইজে দিহা-দি যাবলৈ যো-জা কৰিলে। ৰাইজ নোযোৱালৈকে মানুহজনে হাত জোৰ কৰিয়েই থাকিল। ভগীমনে এবাৰ তীব্ৰ দৃষ্টিৰে সেইফালেলৈ চাই গল—খেকাৰি এটা মাৰি গাৱঁলৈ বুলি খোজ ললে। বাটত মনবৰে সুধিলে—মানুহজনে বৰ ভাল কথাবোৰ কলে নহয় নে?

হয় হবলা।

তোৰ নো কেনেকুৱা লাগিল?

বিলৰ দাঁতিৰ পথাৰখনত আজি হাঁল বাবলৈ থাকিলেই। জানো বালক তোৰ কথাবোৰ—মনবৰ ক্ষুব্ধ হৈ উঠে।

বাটত কোবাকুবিকৈ সিহঁতকৈ আগহৈ যোৱা দলবোৰে যেন ভগীমনহঁতক পথাৰলৈ ঠেলি পেলাই হে দিব প্ৰত্যেকটো মানুহৰ চকুৱেই উত্তেজনাত উজ্জ্বল হৈ উঠিছে।

কথাবোৰ খালি শুনিলেই নহব, আমি কৰিও দেখুৱাব লাগিব।

ইমান সহজ কথাবোৰ, আগেয়ে আমি ভাবিয়েই পোৱা নাছিলোঁ।

কোনোবাই যদি বিধি পথালি দিয়ে তেনেহলে মই গুৰু-গোঁসাইক ধৰি শপত খাই কৈছোঁ তাক ভোঁতা দাৰে চবিয়াই পেলাম।

মহত্মাৰ কথা ইয়ালৈকে ইমান পৰ শুনিলি।

এনেবোৰ কথা শুনি শুনি ভগীমনে গৈ পদূলি পালেগৈ। আহিবি দেই। মনবৰক বিদায দি সি ঘৰ সোমায়।

ভাত বাঢ়ি দি গোলাপীয়ে কয়—আজি দিনটো বেথাই ঘৰত নাই।

পানী গাৱঁলৈ গৈছিল হবলা, আহিব এতিয়াই।

অন্যমনস্ক ভাৱে ভাত-পানী খাই ভগীমন পাটীত পৰেগৈ।

তেতিয়া বেথাইহঁতৰ দলটোৱে পানীগাঁৱৰ নামঘৰৰ আগত গোলকৈ বহি বিবি হুপি হুপি কথা পাতে।

শুনিলি কথাবোৰ ? এটাই আনটোক শোধে।

মোৰ কাণ নাই নেকি ? স্পষ্ট উত্তৰ।

তোৰ কাণৰ কথা কোনে সুধিছে? কি কৰিবি এতিয়া ?

বিৰি ডাল শেষ হলে ঘৰলৈ গৈ ভাত খাম।

ওপজাৰ পৰাতো এগাল গিলিয়েই আহিছ। আজি এদিন নাখালে নমৰ দে। সেই মানুহজনৰ কথাবোৰ এনেয়ে গ'ল নেকি ?

১—কেনো কৰিবি ?

২—পঢ়াশুনা কৰিবি, গান্ধীটুপী পিন্ধি ৰাইজক কৰ কাটল দিবলৈ হাক দিবি। —অইন এটাই উপদেশ দিয়ে।

এই ছালা বিৰি খাই ধোৱাঁ নামাৰিবি এইফালে। এটাই এচুকৰ পৰা চিঞৰে।

তাৰ মুখত বিৰিটো গুজি দেচোন। —কেনোবা এটাই উপদেশ দিয়ে।

মনেমনে থাক কুকুৰহঁত—বেথায়ে চিঞৰে। ভেবেলাই ভাল কথা এষাৰ কৈছিল। তহঁতে তল পেলাই দিলি।

কি কৰিবি ইয়াত মেল পাতি বহি বহি, মানুহটোৱে কৈ গ'ল কৰ-কাটল নিদিবলৈ, ইফালে মৌজাদাৰে এই বছৰৰ খাজানা তুলি পেৰাত ভৰাই থৈছে।

পেৰাত থলেই হ'ল নেকি ? বেথায়ে অশান্ত ভাবে কয়। হঠাৎ ভেবেলাৰ মনত কথা এটা খেলায়।

মৌজাদাৰৰ হাতৰ পৰা টকাখিনি লৈ আহোঁগৈ ব'ল।

ধেৎ—সিহঁত পোন হৈ বহে।

কি পাপ হব ? আমাৰ নিজৰে টকা. আৰু চৰকাৰৰ মানুহবোৰ হ'ল বিদেশী।

পুলিচ ?

এতিয়াও পুলিচকে ভয় কৰ ?

ডেকাৰ নতুন তেজ, পৃথিবীখন দেখিছেহে, পৰিণাম নাজানে। প্ৰশ্নকৰ্ত্তাৰ প্ৰতি আটায়ে অনুকম্পা দেখুৱায়।

টকাখিনি আনি কি কৰিবি ?

অলপ ভাবি ভেবেলাই উত্তৰ দিয়ে—গাওঁবুঢ়াৰ হাতত দিম্।

মৌজাদাৰৰ হাতত থাকিলে কি লোকচান ? আৰু গাওঁবুঢ়াই হবলা নিজে ৰাখিব ? একেচাবে আকৌ মৌজাদাৰক দি দিবহি।

তাতকৈ শুন, বেথায়ে দিহা দিয়ে। এই নামঘৰৰ মনিকুটৰ থাপনাৰ তলত লুকাই থৈ দিম, স্বৰাজ হলে ৰাইজকে আকৌ দি দিমহি।

যুক্তিটোত সিহঁতৰ মন খায়। * * *

ওৰে ৰাতিটো আৰু ৰাতিপুৱাৰ এটা বেলা নাৱঁত গৈ মৌজাদাৰে সদৰ থানাত ৰিপৰ্ট দিয়ে, দাৰোগাই কুৰিটা কনষ্টেবল লৈ মটৰ লঞ্চেৰে গাওঁ বুলি কোব লয়।

ৰাতিপুৱা শুই উঠিয়ে কথাটো শুনি ছুয়োখন পাৰঁৰে মাত হৰে। কোনে কৰিলে এই কাম ? ভগীমনে উধাতু খাই ঘৰলৈ লৰি আহি গোলাপীক সোধেহি—বেথাই ক'ত ?

সি কালি দিনটো আৰু ৰাতিটো ঘৰত নাই।

ভগীমনে পিৰালিত মূৰত হাত দি বহি পৰে। গোটেইখন পৃথিবী তাৰ কাৰণে অৰ্থহীন হৈ পৰে।

বাহিৰত মানুহবোৰে জুম বান্ধি বান্ধি এই একে কথাৰে আলোচনা কৰে। আটাইৰে মুখ ঢেলা পৰি গৈছে। বয়সস্থ এটায়ে কিংকৰ্ত্তব্য ভাবি আকুল। লৰামতীয়াইঁতে পোনতে ৰং পাইছিল যদিও, এতিয়া ভয়ত প্ৰেপুৱা দিছে।

[illegible]াহে দুপৰ হ'লহি। কাৰো ঘৰলৈ যাবৰ মন নাই। ক্লোৱা কথাকে আকৌ কৈ, নোকোৱা কথাৰ অৱতাৰণা কৰি, অৱশ্যম্ভাৱী বিপদবোৰক সিহঁতে এনে এটা আকাৰ দি পেলাইছে যে ঘৰলৈ যাওঁ বুলি যাবলৈকো সিহঁতৰ সাহ নহৈছিল। এনেতে এটা লৰাই উধাতু খাই লৰি আহি সিহঁতৰ আগ পালেহি। উত্তেজনাত তাৰ চকুদুটা উজ্জ্বল আৰু মুখখন শেঁতা পৰি গৈছে। পুলিছ, পুলিছ আহিছে।

ক'ত ?—বহা ঠাইৰ পৰা সিহঁত জাপ মাৰি থিয় হয়।

সৌ শিমলুতলত। এইমাত্র নামিছেহি! ঢপ্ ঢপোৱা নাৱঁত আহিছিল। লৰাটোৱে ঘৰলৈ লৰ ধৰে।

কি কৰোঁ, কলৈ যাওঁ কৰি থাকোঁতেই পুলিছ আহি পায়হি। আটাইৰে হাতত ৰাইফল। দাৰোগাৰ হাতত এটা ৰিভলভাৰ, ট্ৰিগাৰত হাত দি আহিছে। লগতে মৌজাদাৰ আৰু তেওঁৰ চাকৰ।

ভেবেলা কোচ! ভেবেলা কোচ!

পুলিচে মানুহবোৰ ঘেৰি পেলায়।

নাই ইয়াত।

ছালা কুত্তাকা বাচ্চা!

বেথাই কলিতা!

নাই।

দিগাই কলিতা ?

নাই।

কোনো নাই ? কেৰাৰ ? দাৰোগাই চিঞৰে।

এই তহতঁৰ ছুটা ইয়াতে থাক্, ইহঁতক কলৈকো যাব [illegible] আমি খানাতালাচি কৰোঁ।

ভগীমনৰ ঘৰত সোমাই দাৰোগাই ভগীমনক সোধে—কি নাম ?

ভগীমন কলিতা।

বেথাই কি হয় ?

মোৰ ল'ৰা।

ঘৰত আছে ন নাই ?

নাই।

ছালা—ঘৰৰ মানুহবোৰ ওলাই আহিবলৈ ক।

তাৰ আগতেই গোলাপীয়ে এহাত দীঘল ওৰণি লৈ চোতাললৈ ওলাই আহে।

ঘৰৰ ভিতৰত খানাতালাচি আৰম্ভ হয়। বিছনাবোৰ পেলায়, তুলিবোৰ ফালি তুলাবোৰ সিঁচৰতি কৰি পেলায়, জপাবোৰ খুলি মজিয়াত উবুৰি কৰি দিয়ে, শৰাইৰ তলত কিবা আছে নে নাই চাবলৈ শৰাইবোৰ গোৰ মাৰি আতঁৰাই পেলায়। বটাবোৰৰ কাণ ভাঙি যায়। ধানৰ ডুলিবোৰ উবুৰি কৰি দিয়ে।

বস্তুবোৰ অলপ ভালকৈ থোৱা হওক। ভগীমনে সাহ কৰি কয়।

কি কলি ?

জপাৰ ভিতৰত আৰু তুলিৰ মাজত বেথাই সোমাই থাকিব নোৱাৰে।

[illegible] হাৰামজাদা, ডকাইতৰ বাপেক, ডকাইত। বেথাই নাই, বেথায়ে ডকাইতি কৰা টকা আছে। ক'ত আছে ক ?

সেইটো আগেয়ে সুধিলে হ'লহেঁতেন।

তাৰ মানে ? কুক ··· দাৰোগাই ঘোঁচা ভাঙে।

তাৰ মানে বেথাই কালি ৰাতিপুৱাৰে পৰা ঘৰত নাই।

ফাকি দিবলৈ জাগা নাপালি বজ্জাত ? দাৰোগাই চিঞঁৰে

এই যা কোৰখন আনি মজিয়াখন খান্দ্। অকল মজিয়াই নহয়, চোতাল বাৰীৰ যতবোৰ সন্দেহজনক ঠাই আছিল আটাইবোৰ খান্দি মাটি দ'ম কৰে। ই ঘৰৰ পিচত সি ঘৰত একে ঘটনাই চলি থাকে। বৃথা প্ৰচেষ্টা,। খঙত দাৰোগাৰ একো নাই হয়। অশ্ৰাব্য গালি পাৰি পাৰি ক্লান্ত হৈ পৰি তেওঁৰ আটাইবোৰ গাৱঁৰ মানুহ আৰু চিপাহীবোৰৰ মুখত গুলি কৰিবলৈ এটা অদম্য ইচ্ছা হয়, কাকো এৰেষ্ট্ কৰিব নোৱাৰি।

কুকুৰৰ বাচ্চাহঁত, পাৰি পোতক ভালুকৈয়ে, চব একগোট। ছালা······

কোনোৱে মুখেৰে নামাতে।

ব'ল, সিখন গাৱঁলৈ।

গাৱঁৰ এটায়ে স্থিৰ দৃষ্টিৰে পুলিছবোৰ যোৱা ৰাস্তালৈ চাই থাকে। প্ৰবল উত্তেজনাৰ পিচত সিহঁতক অৱসাদে ভাঙি পেলায়। হৈ যোৱা কথাবোৰৰ বিষয়ে আলোচনা কৰিবলৈকো কাৰো উৎসাহ নাথাকে।

তেতিয়া সন্ধ্যা লাগি আহিছে। মুখেৰে ভোঁৰভোৰাই

সিখন গাৱঁৰ পৰা উভটি আহে। কাকো পোৱা নহল। এৰেষ্ট কৰিব নোবাৰিলে। খালি সন্দেহভাজন মানুহবোৰৰ নামবোৰ লৈখি আনিছে।

বুৰ্ব্বক্ক মৌজাদাৰ. তাৰ কি দৰ্কাৰ আছিল থানাত নামবোৰ দিবৰ। এতিয়া উজনি পানীৰে গৈ টাউন পাওঁতে এযুগ লাগিব।

শিমলুতলত লঞ্চ খন বন্ধা আছিল। কেইটামান পুলিছে আগেয়ে উঠে।

হুজুৰ বিৰিণাৰ মাজত কিবা এটাই খছখচাইছে।

ক'তা? দাৰোগাই ঘূৰি চায়, পানীৰ যুৱঁলীত বিৰিণাৰ মাজত কিবা এটাই অলপ খচ্‌খচাই আকৌ শাঁত মাৰে।

শিয়াল হবলা। এই গাৱঁৰ মানুহবোৰ হ'ল ঠিক শিয়ালৰ নিচিনা, একেবাৰে জানোৱাৰ, ইহঁত...... ।

দাৰোগাৰ মন্তব্য শেষ হবলৈ নাপালে, এপাত যাঁঠি আহি তেওঁক পিঠিৰ পৰা শালি পেলায়। দাৰোগা হামখুৰি খাই পৰি যায়। ঠিক পিচফালে থকা হেড্ কনিষ্টৱলটোৱে চাৰিওফালে চাই দেখে নদীৰ পাৰে দুটা অস্পষ্ট ছায়া মূৰ্ত্তিয়ে দূৰণিৰ হাবিখনলৈ লৰ ধৰিছে।

গুলি কৰ। সি হুকুম দিয়ে।

সিহঁতে গুলি কৰে, মূৰ্ত্তি দুটাই নদীলৈ জাপ মাৰে। লঞ্চত থকা পুলিচ কেইটাই কোবাকুবিকৈ সেইখিনি পায়গৈ। পাৰে পাৰে বাকী কেইটাই লৰ ধৰে।

[illegible] যুৰলতি বালিৰ ওপৰত এটা মানুহ পৰি আছে। ক[illegible]খন তাৰ তেজেৰে লুতুৰি—পুতুৰি। গৰাৰ ওপৰত সিহঁতে যাঠি এডাল বিচাৰি পায়।

এটা পলাল, বিচাৰ। সি দেহটোৰ মুখত গুৰিয়ায়।

সিহঁতে লাঞ্চৰে পানীৰ বুকুত বহু দূৰলৈ বিচাৰি আহে। ওপৰত বিৰিণাবোৰ দেখি ক'ব পাৰি সি মাটিয়েদি পলাই যোৱা নাই। কেইটামানে মানুহটোক ধৰি শিমলুতললৈ লৈ যায়। কিছু পৰৰ মূৰত লাঞ্চখন ঘূৰি আহে

পালি ? সি জানে পোৱা অসম্ভৱ।

নাই।

হেড কনিষ্টবলে দেহ দুটা পৰীক্ষা কৰে।

দাৰোগাৰ আঘাত সিমান গুৰুতৰ নহয় প্ৰায় সোঁ বাউসীত যাঁঠি ডাল আহি পৰিছিল। হামখুৰি খাই পৰা কাৰণেহে মূৰত আঘাত পাইছে। লৰালৰিকৈ ফটাকানিৰে তিতা দাৰোগাক বেণ্ডেজ্ কৰি দিয়ে। দুটামান পুলিচক দাৰোগাক লাঞ্চলৈ লৈ গৈ বিচিবলৈ হুকুম দিলে। আনটো মানুহৰ দুঠাইত গুলি লাগিছে এটা উৰুত আৰু আনটো সোঁফালৰ কামি হাড়ত। বোধ কৰোঁ এডাল কামি হাড় ভাঙি গৈছে। সোঁ হাতখনৰ বুঢ়া আঙুলিৰ ফাটটো তেজেৰে ৰঙা পৰি আছে, বোধকৰোঁ তাতো গুলি লাগিছিল। মানুহটোৰ ডিঙিয়েদি ঘৰঘৰকৈ শব্দ হৈছে।

এই ই মৰি যাব, পানী আন মৰাৰ আগেয়ে, জবানবন্দী লব লাগিব।

পুলিচ এটাই পানী আনি দিয়ে। হেড্ কনিষ্টবলে হৈ তাৰ মুখত পানী ঢালি দিয়ে।

এই চুঁৱৰৰ বাচ্চাচব ! কি লাগে তইঁতক ?

হেড্ কনিষ্টবলে মূৰ ডাঙি চায়।। গাঁৱঁৰ মানুহে ওচৰতে আহি জুম পাতিছেহি। আগত ভগীমন। পুলিছবোৰে ৰাইফল টোৱাঁই সিহঁতক গালি পাৰে।

ক্ষন্তেকৰ কাৰণে মানুহটোৱে জ্ঞান পায়, ভগীমনক দেখি শেহাই শেহাই কয়

পিতাই, কাতিয়াক জিলাত পঢ়াবি।

হেড্ কনিষ্টবলে নতুন পোহৰ দেখে।

কোন ইয়াৰ বাপেক ?

ভগীমনে আগ বাঢ়ি আহিব খোজে' কিন্তু কোনোবাই তাক আজুৰি ধৰে ; মনবৰে ফুচফুচায় 'কাতিয়া ?'

ঠিক কথা। "কাতিয়া" ভগীমনে জানে সি আগবাঢ়ি যোৱাৰ মানে কি হ'ব। সৌটো বেথাই. তাৰ নিজৰ কলিজা, তেজেৰে লুতুৰি পুতুৰি হৈ পৰি আছে, কষ্টেৰে চুটি চুটিকৈ উশাহ লৈ তাৰ ফালে চাই আছে কিন্তু সি কৈছে 'কাতিয়া ?' তাহাঁতৰ ভৱিষ্যৎ আশা ভাৰসাৰ ৰূপ দিব কাতিয়াই, সিহঁতৰ—সিহঁতৰ দেশৰ আবদ্ধ কাম শেষ কৰিব কাতিয়াই।···· কিন্তু বেথাই ? শিমলু তলত নদীৰ যুঁৱলতি সি পৰি আছে, তাৰ বুকুৰ তেজেৰে বালিখিনি ৰঙা পৰি গৈছে, সেই বালিতে তাৰ ঘৰ, সেই বালিৰ লগত তাৰ আজন্ম চিনাকী, সেই একে শিমলুগছ, একে লুইত

এ[illegible]া—ভগীমনৰ মন যায় লৰি গৈ বেথাইৰ দেহটো আকোঁৱালি লবলৈ, তাৰ ঘাবোৰত হাত ফুৰাই দিবলৈ, তাৰ বুকুত মূৰটো গুজি সৰুলৰাৰ দৰে ফেকুঁৰি ফেকুঁৰি কান্দিবলৈ।

কোন ইয়াৰ বাপেক ?

ইমান চিঞঁৰিব পাৰে মানুহবোৰে। তাৰ চকুবোৰ অস্বাভাৱিক ৰূপে জ্বলি উঠে—ভগীমন আচৰিত হয় সি কান্দিব নেকি এতিয়া ?

কোন ইয়াৰ বাপেক ? মাতিবিনে নামাত ?

বাপেক ? নিশ্চয় সিয়েই তাৰ বাপেক, সেইকাৰণেই সি নামাতে। বেথাই ডকাইত নহয়, সি যি কৰিছিল গাৱঁৰ কাৰণেহে কৰিছিল। সেই কাৰণেই তাৰ দেহটো সেই তাত পৰি আছে আৰু তাক কৈছে কাতিয়াক জিলাত পঠাবলৈ।

মাত উলিয়াব মই জানো, বুজিছ কুকুৰইঁত !

হেড্‌কনিষ্টবলে বুটেৰে বেথাইৰ মুখত গোৰ মাৰে। তাৰ দুৰ্ব্বল মূৰটো হালি পৰে, ডিঙি ঘৰঘৰায়। ভগীমনে নিৰ্লিপ্তভাৱে চাই থাকে যেন সেইটো বেথাইৰ দেহ নহয়। লুইতৰ সিপাৰে বেথায়ে যেন হাল বাই তালৈ চাই হাঁহিছে। এই দেহটো যেন বহু নিলগত।

গোৰৰ পিচত গোৰ মাৰে হেডকনিষ্টবলে—মাৰা কিমান মাৰিবা, যিমান মন যায় সিমান মাৰা, তুমি মোৰ বেথাইক একো একো কৰিব নোৱাৰা, সি আকৌ আহিব, শিমলু জোপালৈ চাই গাব "নৈৰে সিপাৰৰ নাৰায়ণ শিমলু......" সি মোৰ কথা

সুশুনি ৰাতি পুৱা হাল বাবলৈ যাব মোৰ লগত খৰি[illegible]তৰ, কাতিয়াক মন গলে মৰিয়াব, মন গলে জিলালৈ পঢ়িবলৈ পঠিয়াব। মই তাৰ বাপেক, সি মোৰ লগতে থাকিব, কাতিয়াও মোৰে লৰা, সি জিলালৈ পঢ়িবলৈ যাব, পঢ়ি আহি গাৱঁৰ ভাল কৰিব···

হেড্‌কমিষ্টবলে শ্ৰান্ত হৈ পৰে।

এৰেষ্ট্‌ কৰ আটাইকে।

টাঙ্কখন সৰু। এটা পুলিচে কাণৰ গুৰিত ফুচফুচায়—এৰা সিও এটা কথা, দিনটো যি খাটনি গৈছে, তাৰ উপৰি সন্ধিয়াৰ পৰা এই দুৰ্ভোগ।

বিৰিণাৰ মাজত আৰু মানুহ থাকিব পাৰে, আন এটাই ত্ৰস্ত ভাৱে কয়।

কি সাংঘাতিক, এইটো কথা তাৰ মনলৈ অহা নাই কিয় অথনিৰে পৰা। হেড্‌কনিষ্টবলে চাৰিওফালে চায়। প্ৰত্যেক ভাল বিৰিণাৰ তলে তলে যেন এটা এটা মানুহ সি স্পষ্ট দেখিবলৈ পায়। প্ৰত্যেকটো মানুহৰ হাততে এ.কোডাল যাঁঠি। সন্মুখৰ মানুহবোৰ যেন একো একোটা ভূত নিৰ্ব্বাক নিস্পন্দ তাৰ ভয়ত গা জিকাৰ খাই উঠে।

এটা অশ্ৰাব্য গালি পাৰি সি তাৰ সাহ ঘূৰাই আনিব খোজে। তথাপি সাহ দেখুৱাই কয়—

ইয়াক লাঞ্চত ভোল, দেহটো চিনাক্ত কৰিব পাৰিলেই চব ওলাই পৰিব, এইদৰে তইঁত সাৰিব নোৱাৰ বুজিছ, চব··· ··

সি দাৰোগাতকৈ সামাজিক তলৰ স্তৰৰ মানুহ।

সিহঁতে বেথাইৰ দেহটো লঞ্চলৈ দলি মাৰি দিয়ে; লঞ্চ-লৰিকৈ সিহঁত লঞ্চত উঠে যেন ঠাইডোখৰ এৰিব পাৰিলেই ৰক্ষা পৰে।

লঞ্চখনে গৰ্জ্জন কৰি গুচি যায়।

টাউন পাবলৈ এমাইলমান বাকী আছে। নদীৰ চেঁচা বতাহত বেথায়ে জ্ঞান পায়। গোটেই গাতে অসহ্য বিষ, অসহ্য পিয়াহ। সি মাতিব খোজে, পানী লাগে। কিন্তু ডিঙিৰে মাত নোলায়। সি চকু মেলি চায়, আকাশত তৰাৰ লেশ নাই, টুকুৰা-টুকুৰা মেঘেৰে ভৰা। সি পানীৰ শব্দ শুনে। সি আকৌ চকু মুদে। সি পানীৰে সপোন দেখে যেন অজস্ৰ পানী সি দুই আঁজলিৰে খাইছে, বাকীখিনি পেলাই দিছে; তাৰ চকুৰে পানী বাগৰি গৈ মাটি পাইছেগৈ···খালী পানী। সি আকৌ চকু মেলে ডিঙি, কাণ, নাক আটাইবোৰতে যেন দপদপীয়া জুই জ্বলিছে— তাক পানী লাগিবই। সি মূৰটো কাতি কৰি চায়—সৌৱা, সঁচাকৈয়ে পানী, সঁচা পানী, সপোন নহয়। সি হাত মেলে, ঢুকি নাপায়। অমানুষিক শক্তিৰে সি বাগৰ সলায়, তাৰ দেহটো যেন টুকুৰা-টুকুৰ হৈ যায়—ঝুপ্—এটা শব্দ হয়।

সি পলাল। এটা পুলিচে চিঞৰি উঠে।

কি কৰিছিলি তই। হেড্ কনিষ্টবলে গৰ্জ্জি উঠে, অৱশ্তে সি নিজেও ইমান পৰে কলমতিয়াই আছিল।

লঞ্চখনে আকৌ এবাৰ ঘূৰি বেথাইক বিচাৰে।

দিনটোৰ পৰিশ্ৰম আৰু ইমান ওচৰতে টাউন. সৌৱোৰ টাউনৰ লাইট, যেন সিহঁতক হাত বাউলি দি মাতিছে।

'খুৰা লক্ষ, মই ইয়াৰ নামত ৰিপৰ্ট কৰিম।

* * *

পিচদিনা দোক-মোকালিৰ আগেয়েই অলপ ৰাতি থাকোঁতেই-কলীয়া আৰু মঘায়ে শিমলুজোপাৰ দাঁতিলৈ জাল মাৰিবলৈ আহে। মঘায়ে জাল খন মাৰি পঠিয়াব খুজিছে এনেতে কলীয়াই চিঞৰি উঠিল—

হেৰৌ মঘাই এইটো কি ?

মঘায়েও পৰীক্ষা কৰে।

মৰা শ, বাঁহ এডালেৰে খুচি উটাই দে।

কলীয়াই বাঁহ এডাল সংগ্ৰহ কৰে।

এইটো দেখোন আমাৰ বেথাই।

চাওঁ।

মঘায়ে একে জাপেই ওচৰ পায়হি।

কি কৰিবি এতিয়া ?

ভগীমনৰ ওচৰলৈ যাওঁ বল।

নাই পাই. সি পগলা হবলৈহে বাকী আছে।

তেনেহলে আৰু খুচি উটায়ে দিও।

সিহঁতে তাক খুচি উটাই দিয়ে।

দেহটোৱে গৈ এবাৰ শিলচটাত খুন্দা খায়, তাৰ পিচত শিমলুৰ শিপা এডাল শেষ বাৰলৈ চুই চায়। তাৰ পিচত

লাহে লাহে নৈৰ দাঁতিয়েদি উটি যায়। তাৰ আজন্ম পৰিচিত বিৰিণাবোৰে, উলুবনবোৰে মুৰ দোৱাঁই শেষ বাৰলৈ তাক চাই লয়। লুইতৰ পানীয়ে তাৰ দেহটো আলফুলকৈ উটাই লৈ যায়। সি হ'ল এইদেশৰে মানুহ··শিলচটা, শিমলু, লুইত, উলুবন, বিৰিণাৰ দেশৰে মানুহ। ভৰ দুপৰীয়া যেতিয়া ৰিব্ৰিব্কৈ বতাহ শিমলুৰ পাতবোৰ নচুৱাই দিয়ে, উদুখাগৰিৰ বনত অস্ফুট করুণ বিননিয়ে কান্দি উঠে, তেতিয়া সিও তাৰ পেঁপাটোলৈ সেই সুৰতে সুৰ মিলাই মাতিছিল দূৰণিত উৰি যোৱা চৰাইবোৰক, চাপৰিত চৰি থকা গৰু-ম'হবোৰক। সি আছিল গাঁৱৰে এটা—ভুলে-শুদ্ধই গাঁৱৰ ভাল কৰিবলৈকে চেষ্টা কৰিছিল—গাঁৱৰ মাটি, শিমলু—তলৰ বতাহ আৰু লুইতৰ পানীৰে গঠিত হৈছিল তাৰ দেহ—সেয়েহে স্তব্ধ প্ৰকৃতিৰ পাৰি-পাৰ্শ্বিকতাৰ মাজেৰে স্তব্ধ লুইতৰ থিৰ পানীয়ে আলফুলকৈ তাক উটাই লৈ যায় দাঁতিৰ গৰা, শিলত খুন্দা নোখোৱাকৈ লাহে লাহে, মাকে কেচুৱাক কোলাত লৈ জোকোৰাৰ নিচিনাকৈ জোকাৰি জোকাৰি, সি ভালপোৱা উৰি যোৱা কুকুৰাৰ দৃশ্য, দূৰণিৰ পাহাৰত জুই লগাৰ দৃশ্য, ন-ছোৱালীৰ নিচিনাকৈ বেলিৰ মুখ দেখুৱা আৰু বৰ·ঘৰলৈ লৰি পলাই যোৱাৰ দৃশ্য, নৈৰ পাৰৰ কদম গছত গৰখীয়াই পেঁপা বজোৱাৰ দৃশ্য, অকণি অকণি টুলুঙা নাৱঁত মাছলৈ যোৱা ডেকাকালৰ স্থিৰ হৈ থিয় হৈ থকাৰ দৃশ্য···· দেখিলে তাৰ কাৰণেই থমকি থমকি বৈ বৈ, উটি যোৱা মেটেকাবোৰৰ লগত অৰিয়াঅৰি কৰি কোব লৈ লৈ—পুৰণি অসমৰ লুইত।

এটি শব্দয়ে প্ৰকৃতিৰ নিস্তব্ধতা ভঙ্গ কৰিব নোৱাৰে, ছবিত অঁকাৰ নিচিনাকৈ কলীয়া আৰু মঘায়ে থিৰ হৈ থাকে। মেটেকাবোৰ বুকুত লৈ লুইত বাগৰি যায়—লাহে লাহে দূৰণিৰ চাপৰিবোৰৰ উলুবনৰ বগা ফুলবোৰ দৃষ্টিগোচৰ হৈ পৰে।

...শেহৰাতিৰ নিয়ৰবোৰে শিমলু পাতৰ পৰা টোপ্ টোপ্ কৈ পৰি তলৰ শিলচটা তিয়াই পেলায়।

# চাবি

পানীগাঁৱৰ স্কুলত কাণত ধৰি, আঠুকাঢ়ি, জিলাৰ স্কুলত বেঞ্চত থিয় হৈ, কাতিয়াই শ্ৰীকাৰ্ত্তিকচন্দ্ৰ নাম লৈ যথাসময়ত গৈ কলেজ পায়গৈ। প্ৰথম বাৰ্ষিক শ্ৰেণীত প্ৰবেশ কৰি উঠিয়েই অধ্যাপক সকলৰ পাণ্ডিত্য দেখি বিস্মিত হয়, সহপাঠীসকলৰ জ্ঞান দেখি চমকিত হয়, চকীদাৰ-বিয়েৰাৰৰ উপেক্ষা দেখি কুণ্ঠিত হয়। চহৰ ফুৰিবলৈ গৈ সাত পুখুৰী দেখি চকু বহল হৈ পৰে, তাৰ তলা-নলা বিচাৰি বহল হোৱা চকু জাপ নোখোৱা হয়. দোকানত বস্তু কিনিবলৈ গৈ খোকোজা লাগে, অৰিয়েণ্টেল বিল্ডিংচ্ দেখি হতবাক হয়, অৱশেহত কাঁচিবজাৰত টিকাত মটৰৰ খুন্দা খাই হোষ্টেললৈ অহি এমাহ পৰি থাকে আৰু এমাহৰ পিচতেই কামাখ্যা দৰ্শন কৰি পৰম ভক্তিভৰে সেৱা কৰে। তাৰ পিচত সি ছাত্ৰসমাজত কিতাপৰ-পোক ইতি পৰম উপেক্ষণীয় উপাধিকে

অভিহিত হয় আৰু যথাসময়ত সি নিজেই সবিস্ময়ে দেখে যে আটাইবোৰ ল'ৰাকে চেৰ পেলাই সি বছেৰেকীয়া পৰীক্ষাত প্ৰথম হৈ প্ৰমোচন পাইছে। দ্বিতীয় বাৰ্ষিক বছৰটোও হয়তো প্ৰথম বাৰ্ষিকৰে পৰিপূৰক হলহেঁতেন, কিন্তু এটা ল'ৰাই হঠাৎ এদিন উপযাচক হৈ গৈ তাক এসোপা কিতাপ দি উপদেশ দিয়ে যে অকল পাঠ্যপুথিতে আবদ্ধ থাকিলেই নহয়, এইবোৰ কিতাপো পঢ়িব লাগে। সিও বিনা বাক্যব্যয়ে এটাইবোৰ কিতাপকে পঢ়ি ওভোটাই দিয়ে আৰু নতুন কিতাপৰ কাৰণে আবেদন জনায়। ল'ৰাটোৰ হাতত কিতাপ নথকাত সি অইন ঠাইৰে পৰা সাগ্ৰহে কিতাপ গোটাই দিয়ে। কেইবাবাৰো এইদৰে কিতাপ শেষ কৰি নতুন কিতাপ খোজাত ল'ৰাটোৱে এনে কিছুমান কিতাপ সংগ্ৰহ কৰি দিবলৈ আৰম্ভ কৰে, যাৰ কাৰণে তেওঁ নিজেই স্বীকাৰ কৰিবলৈ বাধ্য হয় যে সেইবোৰ কিতাপ তেওঁ নিজেই পঢ়া নাই, কিন্তু সময় পালেই পঢ়িব। কিছুদিনৰ পিচত এদিন কাতিয়াই এখন কিতাপৰ পক্ষে এনে এটা মত প্ৰকাশ কৰে যে ল'ৰাজনে সেইখন কিতাপ নপঢ়া স্বত্বেও তাৰ ঘোৰ প্ৰতিবাদ কৰে, লাহে লাহে দুয়োৰো মাজত এখন তুমুল তৰ্ক হয় আৰু লাভৰ ভিতৰত লৰাজনে কাতিয়াক আৰু কিতাপ দিবলৈ অস্বীকাৰ কৰে। কিছুদিনৰ মূৰত দেখা যায় কাতিয়াৰ কিতাপ থোৱা ঠাইৰ ফাঁকবোৰ সৰু-ডাঙৰ মজলীয়া নানা আকাৰৰ কিতাপেৰে ভৰি পৰিছে আৰু বাকী কিতাপবোৰ মেজৰ ওপৰত দম হৈ আছে। আৰু এদিনৰ ঘটনাৰ পৰা দ্বিতীয় বাৰ্ষিকতে

কাতিয়াই ছাত্রসমাজৰ এটা অংশৰ লগত চিনাকী হৈ পৰে। ঘটনাটো হ'ল এয়ে—এদিন পান-বজাৰত কলেজৰ ছাত্র কিছু-মানক আক্রমণ কৰিবলৈ উদ্যত কিছুমান বাহিৰা ল'ৰাৰ আগত কাতিয়াই তাৰ ৬ ফুট ২ ইঞ্চি দীঘল দেহটো আৰু চাৰে তিয়াল্লিচ ইঞ্চি বহল বুকুখন লৈ এনেভাৱে থিয় হয়গৈ যে লৰাকেইটাই সেই দিনালৈ বুলি বীৰ ৰস স্থগিত ৰাখি কালব্যয় নকৰি পৃষ্ঠপ্রদর্শন-কৰি হাস্যৰসৰ অৱতাৰণা কৰে।

জলপানী লৈ পাচ কৰি তৃতীয় বার্ষিক শ্রেণীত উঠিয়েই ৰমেশ আৰু দিলীপৰ লগত কাতিয়াৰ অস্বাভাৱিকৰূপে অন্তৰঙ্গতা হৈ পৰে। সিহঁত তিনিওৰে একে বিষয়, একে শ্রেণীৰ একে বিভাগ, কিন্তু তথাপিও ল'ৰাবোৰে ভাৱে সিহঁতৰ বন্ধুত্বৰ সেতু হ'ল সিহঁতৰ উচ্চতা। সিহঁত তিনিও কাণ সমনীয়া। ৰমেশ ওখ, বগা, ধুনীয়া, দিলীপ কাতিয়াতকৈ চাপৰ মিঠাবৰণীয়া। কাতিয়া হ'ল সদায় বিমর্ষ, কিন্তু যেতিয়া স্ফূর্তি কৰে তেতিয়া ইমান কৰে যে সীমা পাৰ হৈ যায়—তেতিয়া তাৰ বন্ধুবোৰে তাৰ 'নট' কেইটা সৰি পৰিছে সেইবিষয়ে স্ব স্ব অভিমত প্রকাশ কৰে।

১৯৪২ চনৰ জুলাই মাহৰ শেহ সপ্তাহৰ দিন এটা। সেইদিনা গধূলি সিহঁত পানীকলৰ ভৰিপিথানত থকা শিলকেইটাত বহি, পানীত ভৰি জুবুৰিয়াই মাৰ যোৱা বেলিৰ দৃশ্যটোলৈ চাই আছিল। নীলাচলৰ নীলা গাতে আউজি বাঙলী বেলিয়ে শেহবাৰলৈ পৃথিবীলৈ চাই কটাক্ষপাত কৰি একে দৌৰে পলাওঁ পলাওঁ কৰিছে, কিন্তু যোৱাৰ আগেয়ে হুষ্টালি কৰি দাঁতি

কাষৰীয়া মেঘবোৰত ইমান ৰং চতিয়াই দিছে আৰু সেই ৰঙৰ স্পৰ্শদোষত গহীন লুইতৰ অবাধ্য কণকণ ঢৌবোৰে ৰঙৰ ওপৰত ৰং সাজি পিৰিক্ পাৰাকৈ পৃথিবীক চাই চাই ইমান জোকাইছে যে গহীন উমানন্দয়ো এবাৰ যোগ-নিদ্ৰা ভাঙি নাহাঁহি পৰা নাই। লাহে লাহে বেলি মাৰ যায়, কিন্তু পৃথিবীয়ে তেতিয়াও নাহাঁহি নোৱাৰে, ৰঙত মছগুল। বেলি নোহোৱাৰ বাতৰি যেতিয়া মেঘ আৰু ঢৌবোৰে পায় তেতিয়া সিহঁত নিজৰ খেলত নিজেই ইমান ব্যস্ত যে মাথোন অলপ নিষ্প্ৰভ হৈ পৰে, খেল কিন্তু বন্ধ নহয়। সেই নিষ্প্ৰভতাই সন্ধিয়াক এটা নতুন ৰূপ দিয়ে —নতুনকৈ নাচ শিকা দুষ্ট ছোৱালীয়ে নাচি থাকোঁতে অইন কাৰোবাক দেখিলে দৌৰি পলাই যাওঁতে হোৱা নেপূৰৰ ৰুণু-জুণু শব্দৰ নিচিনা।

বেচ ধুনীয়া নহয় নে? কাতিয়াই প্ৰকৃততে কথা কৈ ভাবে।

নিশ্চয়। দিলীপো ভাবত বিভোৰ।

কিছুপৰ নিজানে যায়।

তোৰ কি অভিমত? দিলীপে ৰমেশক ঠেলি দিয়ে, চকুত তাৰ দুষ্টালি।

কিয় তহঁতৰ লগত মতদ্বৈধ হোৱাৰ আশঙ্কা কৰিছ নেকি? ৰমেশে হাঁহে। মই বুজাইছিলোঁ কমিউনিষ্ট 'তোৰ' অভিমতৰ বিষয়ে।

ৰমেশৰ মুখলৈ সিহঁতৰ মূৰৰ ওপৰত থকা ক'লা ক'লা ডাৱৰৰ ছাঁ নামি আহে।

নামাত দেখোন এতিয়া। দিলীপৰ মুখত বিজয়ীৰ হাঁহি।

তোৰ ভাল লাগিছে, কাৰ্ত্তিকৰ ভাল লাগিছে, দিনটোৰ কঠোৰ পৰিশ্ৰমৰ পিচত হেজাৰ হেজাৰ কেৰাণী, বনুৱা, মধ্যবিত্ত ছাত্ৰৰ ভাল লাগিছে। মোৰ নালাগিব কেলেই ?

তাৰ মানেটো হ'ল এয়ে যে মোৰ, ইয়াৰ আৰু আমাৰে নিচিনা বহুতৰ ভাল লাগিছে। কাৰণেহে এটা কমিউনিষ্টৰ ভাল লগা উচিত।

জনসাধাৰণৰ কাৰণে যি সৌন্দৰ্য্য, শিল্প, সাহিত্য, সঙ্গীত সিয়েই প্ৰকৃত কলা।

টলষ্টয়ৰ মতটো আটায়ে সচাঁ বুলি নামানে বুলিয়েই মোৰ বিশ্বাস। জনসাধাৰণৰ কাৰণে যি কলাৰ স্থষ্টি, সি 'প্ৰকৃত' কলাই জানিবা হ'ল কিন্তু জনসাধাৰণৰ বুদ্ধিৰ অগম্য স্নকুমাৰ কলাৰ উচ্চ নিদৰ্শনবোৰ তেনেহলে আটাইবোৰ ফাঁকি— কমিউনিষ্ট হলি বুলিয়েই তই ভাই এনে কথাত বিশ্বাস কৰ ?

ভাই, মই বিশ্বাস কৰিলেও পৃথিবীৰ একো বিশেষ ক্ষতি বা লাভ নহয়—কিন্তু গান্ধীজী তো কমিউনিষ্ট নহয়—তই নিশ্চয় জান তেখেতে বেৰত ছবি ওলোমাবলৈ ভাল নাপায়। ইয়াৰ মানে এয়ে নহয় যে তেখেতে সেই ছবিবোৰৰ নৈপুণ্য বা উৎকৃষ্টতাৰ প্ৰতি অৱজ্ঞা দেখুৱায়। সচাঁইতো সৌ দূৰত জলমলাই থকা লুইতৰ ঢৌখিনি, ক'লা ক'লা পাহাৰ, লুক-ভাক কৰি থকা তৰাবোৰ এয়েইতো এজন শ্ৰমিকৰ মনত সৌন্দৰ্য্য স্পৃহা জগাই তুলিবলৈ যথেষ্ট। যাৰ সত যায় নাইবা শক্তি আছে তেওঁক চুৰ কৰি আনিবলৈ দিয়া সেই অফুৰন্ত সৌন্দৰ্য্য ভাণ্ডাৰৰ

অংশ,কিন্তু গান্ধীজীয়ে নিবিচাৰে সেই সৌন্দৰ্য্যৰ সাৰ্ব্বজনীনতা ধ্বংস কৰি বেৰত ছবি ওলোমাই থবলৈ। বেৰ কেইখন আমি সাজোঁ আশ্ৰয় পাবলৈ, বেৰৰ সাৰ্থকতা সেইখিনিতেই—এনে স্থলত বেৰৰ সাৰ্থকতাৰ বেলেগ ৰূপ দিবলৈ শ্ৰেষ্ঠ শিল্পীসকলৰ ছবিৰে বেৰ ভৰাই তুলিবৰ আৱশ্যক কি? তাৰ পৰা লাভ হয় কি? মানুহে বিচাৰিব সেই ছবিবোৰৰ পৰা প্ৰেৰণা—আৰু গান্ধীজীয়ে বিচাৰে মানুহে প্ৰেৰণা বিচাৰক—সেই ছবি ওলোমাই থকা বেৰখন আঁতৰাই উন্মুক্ত প্ৰকৃতিৰ পৰা। প্ৰকৃতিৰ পৰা পাব মানুহে জীৱনৰ প্ৰেৰণা। জীৱনতকৈ শিল্প ডাঙৰ এনে কথা তই নকবি বুলিয়েই আশা কৰোঁ।

মন কৰি চা তই নিজেই নিজৰ কথাৰ ঠিক ওভোটা বাটে গৈছ। প্ৰকৃতিৰ পৰা জীৱনৰ প্ৰেৰণা বিচাৰে এনে মানুহ তই এবাৰ বিচাৰি চাচোন—সন্ন্যাসীবোৰ হয়নে নহয়? কিন্তু সন্ন্যাসীবোৰে কি বিচাৰে অনাসক্তি, নিৰ্ব্বাসনা—তাৰ মানে ঐহিক আনন্দৰ, ওপৰৰ কোনো এক আনন্দৰ আভাস। এই যে আনন্দৰ সাধনা সিও জানো শিল্প নহয়? শিল্পীমাত্ৰৰে কাম্য হ'ল আনন্দ। গান্ধীজীও শিল্পী, গান্ধীজীৰ আজন্ম সাধনাৰ পিচফালে এটা আনন্দলিপ্সা মন লুকাই থাকিবই লাগিব নহলে তেখেতে নিজে নিজৰ সাধনাক ইমান দিনে অৰ্থহীন বুলি ভাবিলে-হেঁতেন। তেখেতে যে বেৰত ছবি নোলোমায়, সেইটো হ'ল তেখেতৰ ব্যক্তিগত ৰুচি, কোনো কথোপকথনৰ গতি সলাই দিব পৰা শক্তিশালী যুক্তি নহয়। মই এটা শ্ৰেষ্ঠ সঙ্গীতক, এটা শ্ৰেষ্ঠ

সাহিত্য বা শ্ৰেষ্ঠ সমাজ-সংস্কাৰৰ সমানে ঠাই দিব পাৰোঁ। চাবলৈ গলে প্ৰত্যেকৰে স্বৰূপ একেই। প্ৰত্যেকেই মানুহক এক উচ্চতৰ ভাৱধাৰাৰ ওচৰলৈ লৈ যাব খোজে। মোৰ কাৰণে শিল্পীসকল চিৰদিন নমস্য, কিয়নো আমাৰ মনৰ শিখৰত তেওঁলোকৰ শিখা জ্বলে কাৰণেই আমি তললৈ নাচাই ওপৰলৈ চাওঁ। বহুতে কব পাৰে শিল্পী সকলৰ বেচি ভাগেই—অৰ্থাৎ সাহিত্যিকসকলৰ অতি ক্ষুদ্ৰ অংশ এটাৰ বাহিৰে আন বেচি ভাগেই, ধনিক সম্প্ৰদায়ৰ স্বাৰ্থৰ ইন্ধন যোগায়। কিন্তু তাৰ বাবে শিল্পীসকলতকৈ দোষ দিব লাগিব যুগক। এবাৰ অৰ্থনৈতিক বা সামাজিক বৈষম্য আঁতৰি গলে এই একে শিল্পীবোৰেই গঢ়ি তুলিব শ্ৰেষ্ঠতম শিল্প, য'ত মানুহৰ ওপৰত কৰা মানুহৰ অবিচাৰৰ লেশ নাথাকিব।

কচিয়াৰ কথাতো তহঁতৰ পঢ়িলেই পাপ হয়—বিখ্যাত বৈজ্ঞানিক ক্ৰপ্টকিনৰ নাম শুনিছ? জনসাধাৰণৰ কাৰণে তেখেতে বিজ্ঞান চৰ্চ্চা এৰি কাৰাবৰণ কৰিছিল চাইবেৰিয়াৰ নিৰ্জ্জন প্ৰান্তৰত। তেখেতৰ বিখ্যাত গ্ৰন্থ Memories of Revolutionist নামৰ কিতাপখনত লেখিছে এই মৰ্ম্মে—অৱশ্যে কথাখিনি একেবাৰেই এনেকুৱাই নহয়—মোৰ মনত নাই কিন্তু ভাৱটো এয়ে—'যেতিয়া আমাৰ চৌদিশে এমুঠি ভাতৰ কাৰণে হাহাকাৰ, তেতিয়া উচ্চতৰ আনন্দলোকত বাস কৰাৰ মোৰ কি স্বত্ব আছে, কিয়নো সেই আনন্দৰ দাম দিব লাগিব এই নিৰন্ন-সকলে—তেওঁলোকৰ মুখৰ গৰাহৰ পৰা।' সামাজিক আক

অৰ্থনৈতিক বৈষম্য যেতিয়ালৈকে আঁতৰ নহয়, তেতিয়ালৈকে শিল্পীসকলে লক্ষ্যভ্ৰষ্ট হৈ থাকিবৰ পূৰ্ণ সম্ভাৱনা—অকল শিল্পই নহয়, সকলো বিষয়েই। গতিকে আমাৰ কৰ্ত্তব্য হৈছে আটাইৰে আগেয়ে বিপ্লৱ কৰি শ্ৰেণীবিভাগ ধ্বংস কৰি দিয়া। তাৰ পিচত যিসকল শিল্পী, ভাবুকো স্বৰূপ দেখুৱাব, তেওঁলোকৰ শিল্প আৰু ভাবধাৰা হৈ পৰিব এনেয়ে সাৰ্ব্বজনীন। এই যুগৰ দাবীয়েই হৈছে ওখ-চাপৰ সমান কৰি দিয়া।

তোৰ মন্তব্য শুনি দুখ পালোঁ। তইঁতেই ভাব প্ৰকৃত সৰ্ব্বহাৰা, প্ৰকৃত বিপ্লৱী, আৰু তইঁতৰ বিপ্লৱ আমদানি হব ৰুচিয়াৰ পৰা আৰু সাম্যবাদেই জগতৰ একমাত্ৰ গতি। কিন্তু মনত ৰাখিবি ৰুচিয়াৰ বহল পথাৰৰ বৰফ ভাৰতত নপৰে আৰু নাঙলৰ আচোঁৰ টানিলেই ৰুচিয়া শস্য-শ্যামলা হৈ নুঠে। তই যে কৈছ ওখ-চাপৰ আটাইকে সমান কৰি দিয়া কথা, কোনে ওখ চাপৰ সমান কৰি দিব? শ্ৰমিকবিলাকে? মানুহক নইঁছুৱাবি। তই যদি লগত নাথাক সিহঁতে এটা সামান্য অভিযোগো কৰ্ত্তৃপক্ষক কৰিব নোৱাৰে। লেনিনে ৰুচিয়াত সাম্যবাদৰ ভেটী স্থাপন কৰিব পাৰিলে কিয়নো তেখেত নিজেই আছিল অসাধাৰণ। অসাধাৰণ হোৱা মানে জনসাধাৰণক বঞ্চিত কৰা নহয়। লেনিনক প্ৰবৰ্ত্তক বুলি কলে তইঁতৰ নিজৰ মুখতে চূণ পৰিব। কথাটো হৈছে এয়ে যে সমাজত সাধাৰণ আৰু অসাধাৰণ এই দুই শ্ৰেণী থাকিবই—একো একোটা যুগৰ অসাধাৰণে সাধাৰণক অতিক্ৰম কৰি ইমান আগ বাঢ়ি যায় যে তাৰ পিচৰ বহু যুগৰ অক্লান্ত চেষ্টাৰ ফলতো

সাধাৰণে তাৰ ওচৰ চাপিব নোৱাৰে। যদি অসাধাৰণ সকলৰ গতি ৰুদ্ধ কৰি দিয়া যায় তেনেহলে সমাজৰ গতি হৈ পৰিব মন্থৰ, হয়তো কিছুকালৰ পিচত হব সম্পূৰ্ণ গতিহীন। সমাজত অসাধাৰণ সকলক থাকিবলৈ দিয়া, শিল্প, ভাবধাৰা, অভিজ্ঞান আটাইতে তেওঁলোক আমাতকৈ কোটি কোটি যোজন আগবাঢ়ি যাওঁক ; আমি তেওঁলোকৰ সম্পূৰ্ণতা লাভ কৰিবলৈ চেষ্টা কৰিম যুগৰ পিচত যুগ যুগ জুৰি, তেওঁলোকৰ সৰ্ব্বশ্ৰেষ্ঠ সৃষ্টিক সন্মান কৰিম আবহমান কাল। সমাজৰ এই শ্ৰেণী বিভাগ হৈছে সুস্থতাৰ চিণ, ৰুগ্নতাৰ নহয়। ..... মানে কথা হৈছে কি শ্ৰেণীবিভাগ নামটো শুনিয়েই তইঁতে জাপ মাৰি উঠিব খোজ 'ধনিক' আৰু 'সৰ্ব্বহাৰা'। ইয়াতকৈ বিজ্ঞান-সন্মত শ্ৰেণীবিভাগ যে হব পাৰে তাক তইঁতে ভাবিবই নোৱাৰ। মাৰ্কচৰ শ্ৰেণীবিভাগ, কচিয়াৰ Technical terms, কচিয়াৰ ব্যক্তি স্বাতন্ত্ৰ্য, এইবিলাকৰ সমালোচনা বা দেশীয় ৰূপ দিবলৈ যেয়ে চেষ্টা কৰে সেয়ে হল জনসাধাৰণৰ 'শোষক' বা অন্ততঃ 'বিশ্বাসঘাতক'।

এই বন্ধ কৰ তইঁতৰ তৰ্ক। কাতিয়াই ইমান পৰৰ মূৰত অশান্ত ভাবে কয় ৰমেশ আৰু দিলীপে তৎক্ষণাতে উত্তৰ নিদিয়ে। কিছুপৰৰ মূৰত সোধে—পইচা জানো আছে ?

অঁ, আজি স্কলাৰশ্বিপৰ টকা পাইছিলোঁ।

ব'ল তেন্তে।

সন্ধিয়াৰ ক'লা চাদৰৰ তলত, লাইট পষ্টবোৰৰ তলেদি সিহঁতে আগ বাঢ়ে। এটা অস্বস্তিয়ে আটাইবে মুখবোৰ বন্ধ কৰি

থয়। টেলিগ্ৰাম অফিচৰ ওচৰ পাই কাতিয়াই সোধে—কলৈ যাবি ?

তৎক্ষণাতে সিহঁতৰ স্বাভাৱিক কথোপকথনৰ সূত্ৰ ডাল ধৰা পৰে। সিহঁতে কোনখন দোকানত কিয় চাহ ভাল সেই বিষয়ে নিজ নিজ মত দৃঢভাবে প্ৰতিষ্ঠিত কৰিবলৈ যত্নপৰ হয়।

তুমি ?

বহুতো অসুবিধাজনক প্ৰশ্নৰ হাত সাৰিবলৈ গৃহস্বামীয়ে চচ্ মাজোৰ খুলি ধুতিৰ আগেৰে মুচি মুচি থোৱতে প্ৰশ্ন কৰে।

মই—মোক কালি ভূপালে ইয়ালৈ মাতি পঠিয়াইছিল। অ' ভূপালে মাতিছিল, বেচ, বেচ। তোমাৰ নামটি বোপা ? শ্ৰীকাৰ্ত্তিক চন্দ্ৰ কলিতা।

বেচ ধুনীয়া নাম। বহা বোপা বহা। পিচে ইয়াতনো আৰু কেলেই একেবাৰে ভিতৰলৈ আহা।

মানুহজনে কাতিয়াক আনি ড্ৰইংৰুমৰ চোফা এখনত বহুৱায়। টেবুল ফেনৰ চুইচ্‌টো টিপি দিয়ে।

তুমি ইয়াতে অলপ বহা দেইবা। মই বাহিৰত বহোঁগৈ, আৰু কেনোবা-কোনোবি আহিব লগা আছে।

মানুহজন ওলাই যায়, কাতিয়াই আৰাম কৰি বহে। লাহে লাহে সি কোঠাটোৰ বস্তুবোৰ এটা এটাকৈ চাবলৈ আৰম্ভ কৰে। ইমান ধুনীয়া কোঠাটো! ধুনীয়া ধুনীয়া চোফা, চকী, মখমল মেকুৰা মূঢ়া, মেজ, টিপয় আদি ধুনীয়াকৈ সজাই থোৱা আছে। মেজখনৰ ওপৰত দামী টেবুলক্লথ এখন, তাৰ ওপৰত ধুনীয়া ফুলদানি এটা,

দুটামান ফুল অযত্নত মেজত পৰি আছে। চাৰি চুকে থকা চাৰিখন টিপয়ৰ ওপৰত ডাঙৰ চাৰিটা আৱক্ষ মূৰ্ত্তি সজাই থোৱা হৈছে। এটা গান্ধীজীৰ, এটা ৰবীন্দ্রনাথৰ, এটা নেহেৰুৰ আৰু এটা বাৰ্ণার্ড শ্ব'ৰ। পাৰি থোৱা দামী কাৰ্পেটখন ,চাৰিওফালে সজাই থোৱা চোফা আৰু চকীৰ বেষ্টনীতে শেষ হৈ গৈছে। চোফাবোৰৰ পাচফালে মানুহ অহা যোৱা বাটটোৰ গাতে লগা দেৱালখনৰ বুকুত বহুতো আলমাৰি, কিছুমান ড্ৰইংৰুম সজোৱা বস্তুৰে ভৰপুৰ, বেচিভাগেই কিতাপেৰে ঠাহ খোৱা। দেৱালবোৰত ডাঙৰ নেতাসকলৰ প্ৰতিকৃতিৰ বাহিৰে ৰ ৰাফেল, টিচিয়ান আৰু টাৰ্ণাৰৰ ছবি বিদ্যমান। বেৰৰ এটা অংশত ওলোমাই থৈছে বাঘৰ ছাল, নগাযাঁঠি, ঢাল, পুৰণি হেংদাং, ফুলাম জাপি ইত্যাদি।

কাতিয়াই ঘূৰি ঘূৰি কৌতূহলেৰে সেইতে বস্তুবোৰ আৰু ছবিবোৰ চায়।

তাৰ পিচত কিতাপৰ আলমাৰি এটাৰ আগত থিয় হৈ কিতাপবোৰৰ নাম চাবলৈ আৰম্ভ কৰে। ইমানবোৰ ছবি, ইমানবোৰ চকী-মেজ, ইমানবোৰ বস্তুৰে সৈতে ইমান ধুনীয়াকৈ সজাই থোৱা কোঠা এটা সি জীৱনত নিজৰ বুলিবলৈ কেতিয়াবা পাবনে ?

কাৰ্ত্তিক! আহিছা? বেচ সময়ৰ মোল বুজা দেখোনহে। দেৰি হব বুলি মই আধা ঘণ্টা আগেয়ে মাতিছিলোঁ।

ভূপালৰ মাত। কাতিয়াই কিতাপবোৰৰ পৰা মূৰ ঘূৰুৱাকৈয়ে উত্তৰ দিয়ে—

তেনেহলে ভীষণ ভুল কৰিছিলা।

কেলেই ? অ'—ভূপালৰ কৌতূহলাক্রান্ত মাত হঠাৎ গহীন হৈ পৰে—এটা মহৎ কামৰ কাৰণে সৰু সৰু বহুতো কাম আৰু ব্যক্তিগত স্বাৰ্থ বিসৰ্জ্জন দিব লগাত পৰে।

উদ্দেশ্য মহৎ হলেই যে নিন্দনীয় পথ বাচি লব লাগিব তাৰ কোনো মানে নাই।

তাৰ মানে ?

তাৰ মানে হৈছে এই যে আজি মোক নিৰ্দ্দিষ্ট সময়ৰ আগেয়ে মতা মানে এয়ে যে ইয়াৰ পিচৰ পৰা মই অৰ্থাৎ মোৰ নিচিনা অৱস্থাত পৰা যি কোনো মানুহে নিৰ্দ্দিষ্ট সময়ৰ আধা ঘণ্টা পিচত অহা।

আপোনালোক বহক ইয়াতে। ক্ষুব্ধ ভূপালৰ মাতত অভিমানৰ সঁাচ। দহমিনিটমান সময় আলমাৰিৰ ওচৰতে থিয় হৈ থাকি কাতিয়াই তলমূৰকৈ চকী এখনত বহেহি। ভূপালৰ লগত অহা মানুহকেইজনলৈ ফিৰিও নাচায়। তাৰ মনত পৰে তাৰ নিজৰ ঘৰটোৰ কথা। ৰৰ ঘৰটো এই কোঠাটোৰ সমানেই ডাঙৰ হব। বাঁহৰ খিৰিকি দুখন আছে কিন্তু সেই ফাললৈদি ওলোৱা পোহৰ কণে কোঠাটো পোহৰ কৰক চাবি ভিতৰৰ পোহৰৰ দীনতাবাহে স্পষ্টভাবে দেখুৱাই দিয়ে। কোঠাটোৰ দুচুকত দুখন চাপৰ ভাৰি চালপিৰা, এখনত ভগীমন শোৱে আৰু আনখনত গোলাপী আৰু বাতিয়া। কাঠৰ বৰ ডাঙৰ বাকচ এটাত কিছু উদ্ধৃত বাচন, শৰাই, বটা আদি থোৱা হয়। দুটামান

জপা তুটামান টিনৰ বাকচ। চুকবোৰত কেচুমতা, বাতিপুৱা মুচিলে আবেলি আকৌ কেচুমতা উঠে। কৰাবোৰ আলাঙ্কুৰে ক'লা পৰা—জুৰ কালি মাজিয়াতে জুই একুৰা ধৰা হয়। ডোল এডালৰ পৰা কাপোৰবোৰ ওলমি থাকে। বিচনাচাদৰ, কাপোৰ-কানি এটাইবোৰ তেলচিকতা, বাৰিষা এটা দুৰ্গন্ধৰে কোঠাটো ভৰি পৰে।

সৰু লৰা এটাই তামোল দি যায়।

তামোল খন লৈ মুৰ ডাঙোতেই কাতিয়াৰ দৃষ্টি সিফালৰ চোফাখনৰ পৰা লৰ চৰ কৰিব নোৱাৰা হৈ যায়। কোন বহি আছে সেই জন? খদ্দৰৰ ঢিলা আধ ফটা পাঞ্জাবী এটা, চুটি চুটিকৈ কটা চুলি, চুটি গোঁফ উজ্জ্বল চকু আৰু সোমোৱা গালেৰে কোন সেইজন? ইমান চিনাকী চিনাকী যেন লাগিছে। মানুহ জনে ভূপালৰ লগত কথা পাতি আছে।

গৃহস্বামী ব্যস্ত হৈ সোমাই আহে। হাতত এটা প্ৰকাণ্ড ফাইল—দেখিছা মোৰ মৰিবলৈকো সময় নোহোৱা হৈ আহিছে আহিছে দিনে দিনে। এইবাৰ অধিবেশন বোম্বাইত হব গম পাইছায়েই। অ' ৰবাহঁক আগেয়ে এখেতৰ লগত তোমালোকৰ চিনাকী কৰি দিওঁ। এখেত হল শ্ৰীযুত ভৱধৰ কোঁচ, গ্ৰামোন্নোগ সংঘৰ এগৰাকী উৎসাহী কৰ্মী, ৰাজনৈতিক জাত হ'ল সমাজ তন্ত্ৰবাদী। ইমানদিনে মাৰ্দ্ধাত আছিল, পিচে সংঘৰ পৰা এতিয়া বিশেষ অনুমতি লৈ অসমলৈ আহিছে আৰু লগত আনিছে এবোজা দৰকাৰী খবৰ। ভাওৰীয়া কোঁচ, এওঁলোকৰ হ'ল ইয়াৰে স্থানীয় আৰু বিভিন্ন ঠাইৰে পৰা উঠি অহা ছাত্ৰনেতা। কালি আপুনি কৰ খোজা আটাইখিনি এওঁলোকৰ আগত কৰ পাৰিব। মই এটাইকে জানো।

তেওঁলোকৰ মাজত নমস্কাৰ বিনিময় হয়। ভৱধৰে হাঁহে—সৰৰমতীৰ হাঁহি। প্ৰগল্‌ভ গৃহস্বামীয়ে কৈ যায়।

এতিয়া শুনাহঁক আচল কথা। এইমাহৰে আঠ তাৰিখে এইবাৰ বোম্বাইত অধিবেশন হব। অইন কেই বাৰতকৈ এই-বাৰৰ অধিবেশন বেচি গুৰুত্বপূর্ণ। গান্ধীজীৰ 'ভাৰত ত্যাগ' প্ৰস্তাৱৰ বিষয়ে তোমালোকে নিশ্চয় কিবা নহয় কিবা জানা। তোমালোকে চাগৈ নিজেও আলোচনা কৰিছা আৰু প্ৰৱন্ধাদিও পঢ়িছা। তোমালোকৰ বহুতৰ মনত নানা প্ৰকাৰৰ সন্দেহ হোৱা স্বাভাৱিক। কিন্তু মই তোমালোকক এইটোহে দঢ়াই দঢ়াই কব খোজো যে যুদ্ধৰ এনে সময়ত 'ভাৰত ত্যাগ' প্ৰস্তাৱ জোৱা মানে হৈছে কেচিষ্ট জাপানীক সহায় কৰা। এনে মনোভাৱে যদি কাৰোবাৰ মনত ঠাই লৈছে তেন্তে সি সম্পূর্ণ অমূলক। আনফালেদি বৃটিছ ৰাজশক্তিয়ে—যদি সচাঁকৈয়ে ভাৰত ত্যাগ কৰে, আমি সৈন্যবাহিনীক ভাৰত ত্যাগ কৰিবলৈ কোৱা নাই তেন্তে জাপানী প্ৰতিৰোধ ভাৰতত দৃঢ়তৰ হব। বৃটিছ ৰাজশক্তি ভাৰতত থাকিলে ভাৰতৰ জনতাই তেওঁলোকৰ ফালৰ পৰা সৈন্য—শক্তিক সহায় কৰাৰ কোনো আৱশ্যকতা নেদেখিব। বৰঞ্চ, জনতাক চিৰদিন নিপিষ্ট কৰি অহা সৈন্য আৰু পুলিচবাহিনীৰ দুৰ্দ্দশা বঢ়াবলৈ হয়তো জাপানীক সহায়হে কৰিব পাৰে যেনেকৈ কৰিছে মালয় আৰু বাৰ্মাৰ জনতাই—যদিও তাত 'মালয় ত্যাগ বা 'বাৰ্মা ত্যাগ' ধৰণৰ কোনো প্ৰস্তাৱ লোৱা হোৱা নাই। আনহাতে বৃটিছ শাসনতন্ত্ৰ এৰি দিলেই জাপানৰ বিৰুদ্ধে এনে এটা প্ৰচণ্ড জনশক্তিৰ সৃষ্টি হব যে কেচিষ্ট বাহিনীয়ে প্ৰত্যেক ইঞ্চি মাটি আৰু প্ৰত্যেকটো

শস্তকণাৰ কাৰণে সৈন্য-শক্তি আৰু জন-শক্তিৰ লগত যুগপৎ যুদ্ধ কৰিব লাগিব। চীন দেশেইতো আটাইতকৈ বেচি জাপানী অত্যাচাৰ ভোগ কৰিব লগা হৈছে। এই সম্পৰ্কে মাৰ্শাল চিয়াং-কাই-শ্বেকলৈ লিখা গান্ধীজীৰ চিঠিখনৰ চমু টোকা এটা তোমালোকক পঢ়ি শুনাম বুলি ভাবিছোঁ। মই অতি চমুকৈ লেখিয়েই থৈছোঁ।

গৃহস্বামীয়ে ফাইল ঘৃকটি সৰু কাগজ এখন উলিয়াই পঢ়ি যায়—'বৃটিছক ভাৰত ত্যাগ কৰিবলৈ কোৱা মানে জাপানীৰ বিৰুদ্ধে যুদ্ধ-প্ৰচেষ্টা দুৰ্ব্বল কৰা বা আপোনাৰ যুদ্ধত ব্যাঘাত জন্মোৱা নহয়। আপোনাৰ দেশৰ স্বাধীনতা দাম দি আমি স্বাধীন হব নোখোজো। চীন বা ভাৰত যি কোনো এখন দেশ জাপানৰ অধীন হোৱাটো বিশ্ব শান্তিৰ অন্তৰায়। এই প্ৰভুত্ব স্থাপনৰ বিপক্ষে ভাৰতে যুঁজ কৰিবলৈ সাজু কিন্তু ভাৰত পৰাধীন হৈ থাকে মানে ই অসম্ভৱ আৰু অৰ্থহীন। ভাৰতে অত্যাচাৰী আৰু আক্ৰমণকাৰী কাৰো ওচৰত মূৰ দোৱাঁৰ নোৱাৰে। বোধকৰোঁ 'ভাৰত ত্যাগ'ৰ যুক্তি-যুক্ততাৰ বিষয়ে মই আৰু নকলেও হব'।

গৃহস্বামীয়ে অলপ সময় বৈ শ্ৰোতাসকলক সময় দিয়ে। কোনেও মুখেৰে নামাতে, গৃহস্বামীয়ে কাগজখন ফাইলত থৈ দিয়ে আৰু অলপ সময় বিচাৰি আৰু দুখনমান কাগজ উলিয়ায়। কাঁহ এটা মাৰি মাতটো অপেক্ষাকৃত সৰু কৰি বেগেতে কৈ যায়—'এই 'ভাৰত ত্যাগ' প্ৰস্তাৱটো কংগ্ৰেছ কমিটিৰ ৮

আগষ্টৰ অধিবেশনত গ্ৰহণ কৰা হব। তাৰ পিচত ভাইচৰয়ৰ লগত আলোচনা চলিব। এই আলোচনা যদি ব্যৰ্থ হয় তেন্তে গান্ধীজীয়ে আন্দোলন আৰম্ভ কৰিব। এইখিনি হৈছে আমি জনা কথা, কিন্তু নিৰ্ভৰযোগ্য ভাবে জা'নব পৰা গৈছে যে সুস্থ-ভাৱে ইমানখিনি কাম হোৱাৰ সম্ভাৱনা নাই। অধিবেশনৰ দিনাখনেই ; আনকি, আগতেই সমিতিৰ আটাইবোৰ সদস্য গ্ৰেপ্তাৰ হৈ যাব পাৰে। যোৱা কালি এখন ঘোষণা পত্ৰ পাইছোঁ। ভাবে পৰা এই ধাৰণা বেচি দৃঢ় হৈ পৰিছে। ঘোষণা পত্ৰৰ চমু টোকা এটা শুনাইঁক—'সময়ৰ মুৰকত হয়তো আমি জনতালৈ কোনো নিৰ্দ্দেশ পঠিয়াব নোৱাৰিবও পাৰোঁ, কিয়নো সেই সময়ত কোনো কংগ্ৰেছ কমিটি নাথাকিবও পাৰে। তেনেস্থলত প্ৰত্যেক আন্দোলনকাৰীয়ে নিজ নিজ কৰ্ত্তব্য বুদ্ধিৰ দ্বাৰা পৰিচালিত হব লাগিব। ভাৰত মুক্ত নোহোৱালৈকে কোনো আন্দোলনকাৰীৰ জিৰণি নাই। ইয়াৰ মানে এয়েই যে প্ৰস্তাৱ গ্ৰহণৰ লগে লগে উধৰ পৰা মুৰলৈ আটাইকে গ্ৰেপ্তাৰ কৰা হ'ব। আৰু আন্দোলন চলাব লাগিব জনতাই নিজে। আন্দোলন যে হবই তাত কোনো সন্দেহ নাই। আমি বহুতো আলোচনা কৰি চাইছোঁ। এই আন্দোলন অৱশ্যম্ভাৱী। বুৰঞ্জীয়ে নিৰ্দ্দেশ কৰি দিয়া সত্য—মিছা হব নোৱাৰে।

গৃহস্বামীয়ে উশাহ লবলৈ অলপ ৰয়। তাৰ পিচত আকৌ কৈ যায়—তোমালোকে চাগৈ ভাবিছা যে তোমালোকক

এইবিলাক কথা কোৱাৰ আৱশ্যক কি? যথেষ্ট আছে। তোমালোক হৈছা ছাত্ৰ – অগণিত অশিক্ষিতৰ মাজত শিক্ষাৰ পোহৰ পৰা লৰা, তদুপৰি তোমালোক এতিয়াও কোনো সাংসাৰিক বিষয়তে আবদ্ধ নোহোৱা। তোমালোকৰ পৰাই আন্দোলনে আটাইতকৈ বেচি আশা কৰে। এতিয়া কথা হৈছে আন্দোলন ইয়াতো আৰম্ভ হব আৰু হোৱাৰ লগে লগে আমাক অৰ্থাৎ যিসকলক বাইজে অতদিন তেওঁলোকৰ সেৱা কৰিবলৈ সুবিধা দি আহিছে আৰু যি সকলৰ নাম পুলিচৰ আগত বিদ্যমান, সেই আটাইকে পুলিচে গ্ৰেপ্তাৰ কৰি নি বৰঘৰত সুমাই থবগৈ। তেতিয়া আন্দোলনৰ নেতৃত্ব কৰিব লাগিব তোমালোকেই। গতিকে এতিয়াৰ পৰা তোমালোক সাজু—আৰু সজাগ হৈ নাথাকিলে পিচত বিপদত পৰিব পাৰা, সেয়েহে আজি তোমালোকক মাতি আনছোঁ। তোমালোকৰ প্ৰধান কৰ্ত্তব্য হৈছে আন্দোলন অহিংসভাৱে চলাই নিয়া; তাৰ পিচত চৰকাৰৰ লগত সম্পূৰ্ণ সম্পৰ্ক ছেদ কৰা। কেনেকৈ এইবোৰ কৰিবা, আমি নিৰ্দ্দেশ দিম কিন্তু তাৰ আগেয়ে তোমালোকৰ আটাইতকৈ টান কামটোৰ কথা উনুকিয়াই নথলে ভুল হব। সেইটো হৈছে সাধাৰণ অশিক্ষিত আন্দোলন কাৰীৰ মাজত তোমালোকৰ নৈতিকবল অটুট ৰখা। একমাত্ৰ নিৰ্ম্মল চৰিত্ৰ, নিৰ্লোভ স্বভাৱ, সাহস, কৰ্ম্মানুৰাগৰ দ্বাৰাহে ই সম্ভৱ।

ইয়াৰ পিচৰ কথাখিনি লাহে লাহে নিৰ্দ্দেশমূলক আৰু

উপদেশমূলক হৈ পৰে "ধৰিলোঁৱা তোমাক কোনোবা বিপক্ষ দলৰ মানুহে অপমান কৰিলে," এনে প্ৰশ্নৰে কথাবোৰ আৰম্ভ হবলৈ ধৰিলে। সন্মতি, প্ৰতিবাদৰ মৃদু গুঞ্জনেৰে কোঠাটো মুখৰিত হৈ পৰিল। লাহে লাহে আলোচনা শেষ হ'ল, আটায়ে লাহে লাহে বিদায় পৰ্ব্বটো কেনেকৈ চৰম আন্তৰিকতাপূৰ্ণ কৰিব পাৰি তাৰে কথা ভাবিবলৈ আৰম্ভ কৰিলে। হঠাৎ নিমাত কাতিয়াই অদ্ভুতভাৱে প্ৰশ্ন এটা কৰি পেলায়—

ডাঙৰীয়া, মোক ক্ষমা কৰিব, কিন্তু মোৰ এটা প্ৰশ্ন আছিল। প্ৰশ্নটো পুৰণি—ধৰি লওক, আমি আমাৰ সৰ্ব্বশক্তি প্ৰয়োগ কৰি আন্দোলনত সফলতা লাভ কৰিলোঁ। তাৰ পিচত যুদ্ধ কৰি ফেচিষ্ট শক্তিবোৰকো খেদি দিলোঁ। কিন্তু তাৰ পিচত আমাৰ শাসনতন্ত্ৰৰ স্বৰূপ কেনেকুৱা হব। পুলিচে অযথা অত্যাচাৰ নকৰিব। অকল এইকণকে আমি আমাৰ শাসন ব্যৱস্থাৰ সংস্কাৰ বুলি গ্ৰহণ কৰিব লাগিবনে কি ?

কাতিয়াই অনাৱশ্যক ভাৱে কয়। গৃহস্বামীয়ে কিছু পৰৰ পিচত কয়—মই ভাবিছিলোঁ। তোমাৰ বক্তব্য শেষ হোৱা নাই।

কাতিয়া অপ্ৰস্তুত হয় কিন্তু কৈ যায়—মই ইয়াকে বুজাইছিলোঁ। যে বৃটিছৰ শোষণৰ পিচতেই আমি জানো ভাৰতৰ ধনিক সম্প্ৰদায়ৰ শোষণক স্থান দিব নোৱাৰোঁ ? বৰ্ত্তমান শাসন ব্যৱস্থাত তেওঁলোকৰ এটা বিশিষ্ট স্থান আছে।

মোৰ প্ৰশ্ন হৈছে এইটো, শাসক আৰু ধনিক সম্প্ৰদায়ৰ শোষণত দেশৰ যি এটা বিৰাট অংশই আজি ৰাজহাড় পোনাব নোৱাৰি পঙ্গু হৈ ৰৈছে সেই অংশটোৰ স্বাধীন ভাৰতে সুব্যৱস্থা কৰিবনে নাই ?

নিশ্চয় কৰিব। কংগ্ৰেছে চিৰকাল ঘোষণা কৰি আহিছে যে ভাৰতত 'কিষাণ মজদুৰ ৰাজ' প্ৰতিষ্ঠা হব।

কিন্তু কংগ্ৰেছৰ ভিতৰতে সম্পূৰ্ণ বুৰ্জোৱা আৰু আধা-বুৰ্জোৱা কিছুমান দলো যে বৰ্ত্তমান তাক কোনে অস্বীকাৰ কৰিব ?

কথাষাৰ ঠিক কমিউনিষ্টবিলাকৰ নিচিনা হৈছে বুলি কোৱাটো জানো নিচেই অযুক্তিকৰ হব ?

কাতিয়াই অসন্তুষ্টভাৱে কান্ধ দুখন আগবঢ়াই দিয়ে আৰু লগে লগে পিচুৱাই আনে—কমিউনিষ্ট বা 'কমিউনিজম্' কোনো গালিবিশেষ নহয়, ই এটা সুচিন্তিত আৰু সুপৰিকল্পিত অৰ্থনৈতিক ব্যৱস্থাৰ নাম। অৱশ্যে ভাৰতীয় কমিউনিষ্টবিলাকৰ ময়ো তীব্ৰ প্ৰতিবাদ কৰোঁ। তেওঁলোকে যোৱা এবছৰে কৰা 'জনযুদ্ধ'ৰ প্ৰচাৰ কাৰ্য্যৰ প্ৰতি মোৰ আন্তৰিক বিদ্বেষ বৰ্ত্তমান আৰু এই আগন্তুক আন্দোলনৰ বিপক্ষে কৰা প্ৰচাৰ কাৰ্য্যক মই মোৰ অন্তৰৰ নিভৃততম কোণৰ পৰা ঘিণ কৰোঁ। সমাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিবলৈ আনকি লেনিনে ও বুৰ্জোৱা পৰিচালিত জাতীয় আন্দোলন বিলাকক সহায় কৰিছিল।

কিন্তু তথাপিও তুমি প্ৰশ্নটো কৰিছা এয়ে মোৰ আচৰিত লাগিছে।

কিয় প্ৰশ্নটো কৰিছোঁ বুজিবলৈ বেচ টান লাগিছে নহয়নে? কাতিয়াৰ মুখত স্মিত হাঁহি। হঠাৎ সি তাৰ জোতাজোৰ খুলি পেলায়, ভৰিখন জোতাৰ ওপৰত থয়। "অনুগ্ৰহ কৰি মোৰ ভৰি খনৰ পিনে এবাৰ চাবনে? অৱশ্যে আগেয়েই আটায়ে সিনো কি কৰিছে চাই আছিল, এতিয়া জানিবা পৰীক্ষা কৰিবলৈ আৰম্ভ কৰে। হটঙা ভৰি এখন, কেট্‌লেঙা আঙুলিবোৰ, গঠনত অস্বাভাৱিক একো নাই। কিন্তু এটা বিশিষ্ট চকু দিলেই স্পষ্ট হৈ উঠে, ভৰিৰ চাৰিও সীমা আৰু আঙুলিৰ ফাঁকিবোৰ ইমান অস্বাভাৱিক ভাৱে বগা যে গাৰ ক'লা ৰঙৰ পৰা সম্পূৰ্ণ বেলেগ যেন লাগে। কাতিয়াই ভৰিৰ তলুৱাখনো দেখুৱায়। পানীয়ে খোৱা দাগবোৰে তুষাৰশুভ্ৰ তলুৱাখন বেচি বীভৎস কৰি থৈছে।

ভৰিবোৰ এনেকুৱা কেনেকৈ হয় জানেনে? পথাৰৰ সাপে-জোকে ভৰা খাকৰা পানীত এসপ্তাহ হাল বালেই জানিলেহেঁতেন। হাল নাবালে এনেকুৱা ভৰিৰ কথা ভাবিবই নোৱাৰিব। মই হাল বাঁও সেয়ে মোৰ এনে ভৰি আছে। আপোনালোকে নাবায় গতিকে আপোনালোকে চাবলৈয়ো টান পায়। চাবলৈকো টান পায় অথচ আপোনালোকে কৰ খোজে যে এনে ভৰি থকা হালোৱা-বিলাকৰ কথা, চিন্তা-ধাৰা, আশা-আকাঙ্খা আদি সকলো অপোনালোকে জানে, কিয়নো আপোনালোকে কিতাপে পত্ৰই

সিহঁতৰ কথা পঢ়ি থৈছে। কি আছে কিতাপত ? মই সিহঁতৰ লগত হাল বাওঁ। মোক সোধক সিহঁতে কংগ্ৰেছক কি বুলি ভাবে দেশক কি বুদ্ধিভাবে ভৱিষ্যতৰ বঙালী সপোন কেনেকৈ সাজে। আপোনা লোকে নাজানে মোৰ ককাইটি বেথাৰাম ঢুকাইছে পুলিচৰ গুলিত। কান্ধত ত্ৰিবৰ্ণ পতাকা লৈ শোভাযাত্ৰা কৰোঁতে পুলিচে মৰা গুলিত ঢুকুৱা নাই, ঢুকাইছে দাৰোগালৈ যাঁঠি মাৰি পলাই যাওঁতে। কেনো নিৰ্দ্দিষ্ট আন্দোলন কৰি নহয়, যি কৰিছিল হয়তো তাক আপোনালোকে ডকাইতি বুলি কব। চৰকাৰ বিদেশী, খাজনাৰ টকা মৌজাদাৰে পেৰাত ভৰাই থৈছে, গতিকে সেই টকা আনি নামঘৰৰ মণিকুটৰ তলত গাঁত খান্দি থৈ দিব লাগে আৰু স্বৰাজ হলে উলিয়াই দিব লাগে। এনে মতবাদৰ জন্ম হৈছিল এৰাতিৰ উত্তেজনাৰ ফলত। গল কথা শেষ হ'ল ; কিন্তু পিচদিনা ৰাতিপুৱা, পুলিচে মজিয়াত খন্দা গাঁত কেইট দেখি ককাইটি আৰু ভেবেলা কায়ে ঠিক কৰিলে যে দাৰোগাক মাৰিব লাগিব। বনৰীয়া অসমীয়া তেজ, ৰোধে কোনে · যেনে কথা তেনে কাম। দাৰোগা আহত হ'ল, কিন্তু ককাই ৰ গাত গুলি লাগিল। সিহঁতে তাক থানলৈ লৈ গ'ল, কিন্তু থানা গৈ নাপালে গৈ বাটতে পলাল। ৰাতিপুৱা মৰাই মাছমৰীয়াই হেনো নৈৰ পাৰৰ শিল এচাপত লাগি থকা ককাইটিৰ শটো একৰাই দিছিল। আমাৰ গাৱঁৰ পৰা থানালৈ পানীয়ে পানীয়ে যাব লাগে।

তাৰ পিচত! কন্দ্ৰখাস ভূপালে সোধে।

তাৰ পিচত আৰু কি হ'ব! চিৰাচৰিত যি হয়। ভেবেলা

কাই নিৰুদ্দেশ হ'ল, পিতাইৰ এবছৰ জেল হ'ল। আন আন লৰাবোৰে কেইটামানে বেত খালে, কেইটামানে জেললৈ গ'ল। পিতাই যেতিয়া জেলৰ পৰা ওলাই আহে তেতিয়া দেখে যে মৌজাদাৰে ভেবেলা কাইৰ বুঢ়ী আইতাকক ঠগি মাটি-বাৰী আটাইবোৰ নিজৰ কৰি লৈছে। —ঘটনাটো আপোনালোকক আনন্দ দিবলৈ কোৱা নাছিলোঁ। কৈছিলোঁ এই কাৰণে— এই যে ককাই৩ আৰু ভেবেলা কাইৰ আদৰ্শবিহীন সংগ্ৰাম সি জানো যি কোনো মুক্তি যুঁজৰ সমকক্ষ নহয়? আপোনালোকৰ আদৰ্শ আছে, শিক্ষা আছে, স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীৰ লগত চিনাকী আছে; আপোনালোকে আগ-পাচ শুনি, জুখি-মাখি পথ আৰু ফলাফললৈ সম্পূৰ্ণ দৃষ্টি ৰাখি কাম কৰে। কাম কৰোঁতে আপোনালোকে জানে যে আপোনালোকৰ সফলতাই আপোনা-লোকৰ আদৰ্শ বা উদ্দেশ্য কিমানখিনি পূৰণ কৰিব। কিন্তু ককাইট আৰু ভেবেলা কায়ে কাম কৰিছিল সম্পূৰ্ণ উত্তেজনাকে ভিত্তি কৰি। সেই সংগ্ৰামৰ নাছিল আদৰ্শ, নাছিল দূৰদৰ্শিতা, নাছিল কৰ্মপদ্ধতি, নাছিল স্বাৰ্থসিদ্ধিৰ অভিলিপ্সা, মাথোন আছিল এক বিকাৰগ্ৰস্ত মুক্তিপ্ৰয়াসী মনৰ বিকৃত নিৰ্দ্দেশ আৰু এক দুৰ্দ্দম-নীয় স্বদেশ আৰু স্বজাতি প্ৰেম। সিহঁতে মৌজাদাৰৰ পৰা টকা আনি দৈ দিছিল নামঘৰৰ মনিকূটৰ তলত। অদূৰভৱিষ্যতত দেশ স্বাধীন হ'ব। তেতিয়া ৰাইজে সেই টকা সৎকামত ব্যয় কৰিব এয়ে আছিল তাহাঁতৰ উদ্দেশ্য। যিমানেই ভুল নাথাকক সেই ব্যৱস্থাত বা সেই আন্দোলনৰ কৰ্মপদ্ধতিত, তথাপি আধুনিক বহুত

তথাকথিত নেতাসকলৰ বা ৰ্ণেপূ্স্বচ্ছাসে্বকসকলৰ আড়ম্বৰ আন্দোলনতকৈ ই অপেক্ষাকৃত বহু বেচি আন্তৰিকতাপূৰ্ণ আৰু সাহসসম্পূৰ্ণ নহয় জানো। এনেকুৱা অসংবদ্ধ আৰু আদৰ্শবিহীন সংগ্ৰাম আৰু ১৯২১ৰ নিচিনা নেতাসকলৰ আহুত সংগ্ৰামবোৰত নিস্ব হুজুৱা বনুৱাই চিৰকাল চৰম ত্যাগ কৰি আহিছে তাঁহাতৰ বুকুৰ তেজ দান দি। মনত ৰাখিব এজন শিক্ষিতলোকে দেশৰ কাৰণে জেললৈ যোৱা আৰু এটা হালোৱাই জেললৈ যোৱাক তুলাচনিত একে মানেৰে জুখিব নোৱাৰি। দৈহিক নিৰ্য্যাতনৰ কথা এৰিছোৱেই—অৱশ্যে আপোনালোকে যদি নিৰ্জ্জ চকুৰে দেখিলেহেঁতেন তেন্তে তাকো এৰা অসম্ভৱ হ'লহেঁতেন, অৰ্থনৈতিক ফালৰ পৰাও ইয়াৰ ফল একো একোটা পৰিয়ালৰ কাৰণে মাৰাত্মক হৈ পৰে। হালৰ দিনত যি হালোৱাই এবেলাও হাল খটি কৰাৰ কথা ভাবিব নোৱাৰে, সেই হালোৱাটোৱে যেতিয়া গৈ বছৰৰ পিচত বছৰ ধৰি জেলত থাকেগৈ, তেতিয়া তাৰ অনশনক্লিষ্ট, অনটনযুক্ত পৰিয়ালে দেশৰ স্বাধীনতাৰ দাম দিয়ে দেশৰ ভৱিষ্যতৰ আশভৰষাৰ স্থল লৰা-ছোৱালীবোৰৰ জীৱনীশক্তি তিলে তিলে ধ্বংশ কৰি, আৰু মানুহটোৱে দান দিয়ে তাৰ নিৰোগী দেহাটো শত শত বেমাৰেৰে ভৰাই কামিহাড় এডালকৈ গণি গণি। সঁচাকৈয়ে মোৰ মনত বিদ্ৰোহৰ অগণি জ্বলি উঠে যেতিয়া, মই দেখিবলৈ পাওঁ যে দেশৰ এই বিৰাট আৰু অবুজ অংশটোৱে স্বাধীন ভাৰতত কেনেকুৱা অংশ গ্ৰহণ কৰিব সেইবিষয়ে নেতাসকলক তেখেত-সকলৰ 'কিষাণ মজদুৰৰাজ'ৰ বন্ধা সোপানৰ ওপৰতো কৰা

আচল অন্তঃসাৰ পূৰ্ণ প্ৰশ্নবোধক কমিউনিষ্টৰ দোহাই দি এৰাই যাব খোজে।

১৯৩১ চনৰে পৰা সমাজতন্ত্ৰীবাদীসকলে কংগ্ৰেছৰ বামপন্থী নামেৰে অভিহিত হৈ আহিছে। তেওঁলোকৰ উদ্দেশ্য হৈছে যাতে বৃটিছ শাসন ওৰ পৰাৰ লগে লগে ভাৰতৰ ধনিকসকলে শাসনতন্ত্ৰ অধিকাৰ কৰিব নোৱাৰে।—ভবধৰে ইমান পৰৰ মূৰত কথা কয়।

অস্ফুট এটা শব্দ কৰি কাতিয়াই বহা আসনৰ পৰা থিয় দি উঠে—তাৰ চিৰপৰিচিত স্বৰ।

'বহি থাক কাতিয়া'—ভবধৰৰ মুখত স্মিত হাঁহি।

কাতিয়াই ধপ্‌কৈ চকীত বহি পৰে। হাত ছখনৰে মুখখন ঢাকি ধৰে।

ভেবেলা কাই! ভেবেলা কাই! ভেবেলা কাই!

নগৰৰ উপকণ্ঠত অৱস্থিত ভেবেলা ওৰফে ভবধৰ কোচৰ উৰুখা ছালৰ তলত, কাতিয়াই ভেবেলাৰ বুকুত মূৰ স্থমুৱাই মুখখন ঘঁহি থাকে আৰু ফুচ্‌ফুচাবলৈ আৰম্ভ কৰে 'ভেবেলা কাই! ভেবেলা কাই!' কিমান কথা আছিল তাৰ, কিন্তু এটাইবোৰ যেন শেষ হৈ গ'ল জুকিয়াই অনা কথাবোৰৰ আটাইবোৰ কথা এটা এটাকৈ বহি পৰি যেন একমাত্ৰ নামটোহে বাকী থাকিল। সেয়েহে সি নকলেই নহয়, কবই লাগিব, এবাৰ, ছবাৰ, নহয় শত-সহস্ৰ বাৰ; এনেয়ে নহয়, বুকুত মুখখন ঘঁহি-ঘঁহি। ভেবেলাৰ বুকুৰ মাজতেই যেন সি তাৰ বহুদিনৰ

আগেয়ে হেৰোৱা ককায়েকৰ বুকুৰ উম বিচাৰি পায়। ভেবেলাৰ চকুত্তো পানী।

বহুপৰৰ মূৰত প্ৰকৃতিস্থ হৈ ভেবেলাই হাঁহি হাঁহি সোধে 'কি হৈছে তোৰ?'

কাতিয়াই উত্তৰ নিদিয়ে।

এৰ এই! দুখ পাইছোঁ।

কাতিয়াই এৰি দিয়ে।

তই ৰাৰ্দ্ধা কেনেকৈ পালি গৈ?

সেইবোৰ বহুত কথা।

তেও বুলি?

সেইদিনাখন যে আমাৰ গাৱঁত মানুহজনে বক্তৃতা দিছিল, মই গৈ তেখেতৰ লগ ধৰো। তেখেতেই খবৰ-বাতৰি লৈ মোক ৰাৰ্দ্ধালৈ পঠিয়াই দিয়ে। এই কেইবছৰ অৱশ্যে কেৱল ৰাৰ্দ্ধাতে থকা নাই, ইফালে-সিফালে বহুত ঘূৰিছোঁ। বহুত শিকিছোঁ। পুৰণি কথাবোৰ মনত পৰিলে মাজে মাজে হাঁহি উঠে।

ঘৰলৈ যাবলৈ মন নাযায়?

কেলেই নাযাব? কিন্তু যাবলৈ যে উপায় নাই। ভেবেলাই হুমুনিয়াহ পেলায়।

এতিয়ানো ঘপকৈ অসমলৈ আহিলি কেলেই?

সেইবোৰ বহুত কথা।

চব তই বহুত কথা, বহুত কথাকৈ সামৰিব খুজিছ। কব লাগিব ক, কি বহুত কথা?

ক'ম ঐ ক'ম, মই পাতনিহে মেলিছিলোঁ ; তইঁতক নকৈ আৰু ক'মনো কাক ?

কাতিয়াই ভালকৈ বহি লয়।

তই ভালকৈ জানিবি যে এইবাৰ এটা প্ৰচণ্ড আন্দোলন হব। আগষ্ট মাহৰ প্ৰথম সপ্তাহটোৰ লগত দ্বিতীয় সপ্তাহটো ৰিজাবলৈ গ'লে তুম'হ পিচত তুমহীয়া কেচুৱা এটায়ো হাঁহিব। জনসাধাৰণে যে এই আন্দোলনত পূৰ্ণশক্তিৰে যোগ দিব তাত কোনো সন্দেহ নাই। কিন্তু পূৰ্ণ শক্তিৰে যোগ দিলেইতো আৰু আন্দোলন সফল হব নোৱাৰে, আৰু বহুত কথাৰ আৱশ্যক। চিপাহী-বিদ্ৰোহ বিফল হৈছিল, কিয়নো চিপাহীবোৰৰ উপযুক্ত নেতা নাছিল, ১৯২১ চনৰ আন্দোলন খোলাকুটিৰ তাল হ ল, কিয়নো আন্দোলন আৰম্ভ হোৱাৰ লগে লগে গবৰ্ণমেণ্টে আটাইবোৰ নেতাকে জেলত ভৰাই থোৱাৰ ফলত নেতৃত্ববিহীন আন্দোলনে অতি সোনকালে ভুল পথে পৰিচালিত হবলৈ আৰম্ভ কৰিলে। সেয়েহে ব্যৰ্থতাৰ চৰম সীমাত উপনীত হোৱা আগতেই গান্ধীজীয়ে চৌৰি-চৌৰাৰ নিচিনা সাধাৰণ ঘটনাকে আলম লৈ আন্দোলন বন্ধ কৰি দিব লগা হ'ল। এইবাৰৰ হ'ল আমাৰ জীৱন-মৰণ সমস্যা। 'জিকিলে বাদচাহ, হাৰিলে ফকিৰ।' জগতত এই আন্দোলনেই আমাৰ শক্তিসামৰ্থ্য দেখুৱাই দিব। সেয়েহে এইবাৰৰ আন্দোলন যাতে অকল নেতাসকলৰ নিৰ্দ্দেশৰ অভাৱতেই বিফল হৈ যাব নালাগে তাৰ বাবে আমি বামপন্থী সমাজতন্ত্ৰীবাদীসকলে সচেষ্ট হৈছোঁক।

আচল কথা কওঁ শুন এইবাৰ আমি কিছু কৰ্ম্মীয়ে আগৰ নিচিনাকৈ পুলিচক আগধৰি চিনাকী দিবলৈ নাযাওঁ। বৰঞ্চ আমি লুকাই থাকি নিজ নিজ ভাগৰ কাম কৰি যাম। অৱশ্যে আমি লুকাই থকা কাৰণে যদি কোনোবা অইন মানুহৰ নিৰাপত্তা নষ্ট হয় তেন্তে আমি ধৰা দিবই লাগিব।

কিন্তু এটা কথা যে তহঁতে আটায়ে এৰি থৈ গৈছ ৰাতিয়াই লৰি-লৰিকৈ ভেবেলাক বাধা দিয়ে। ধনিক সম্প্ৰদায়ে যে যুদ্ধৰ লগে লগে কিছুমান বিশেষ সুবিধা পাইছে। এই যুদ্ধ আৰু আন্দোলনৰ সুযোগ লৈ সিহঁতে জানো জনসাধাৰণক শোষণ কৰা যন্ত্ৰবোৰ কায়েমী কৰি নলব ?

মই জানো সিহঁতে লবই। দেশখন ধনৰ মেৰজালত বিপন্ন হৈ পৰা অৱশ্যম্ভাৱী। ভেবেলাৰ মাত অস্বাভাৱিকৰূপে গহীন হৈ পৰে। কিন্তু দেশৰ কাৰণে কৰিব লগা আগমন ত্যাগৰ লগতে এইটোও এটা অৱশ্যম্ভাৱী ভবিতব্য বুলি ধৰি লব লাগিব। ধনিক সম্প্ৰদায়ক আমি শাসন কৰিম স্বাধীন ভাৰতত আৰু পৰাধীন ভাৰতত সৰ্বস্ব পণ কৰি দেখিবলৈ যত্ন কৰিম শাসকসকলক। পৰাধীন ভাৰতত স্বাধীনতাৰ আগেয়ে এই বিষয়ে একো প্ৰশ্ন উঠিব নোৱাৰে।

কিন্তু স্বাধীন ভাৰততো এই ধনিক সকলেই যদি চৰকাৰ গঠন কৰে ?

তেতিয়া আমি হয়তো স্বাধীন চৰকাৰবো বিপক্ষে যাব লাগিব। মুঠৰ ওপৰত জাতিৰ স্বাৰ্থত আঘাত নহনাকৈ

সৰ্বহাৰাসকলৰ কাৰণে আমি সমাজতন্ত্ৰীদলে সকলো কৰিবলৈ সাজু। কিন্তু কমিউনিষ্টবিলাকৰ নিচিনাকৈ সৰ্বহাৰাসকলৰ কাৰণে কপট কান্দোন কান্দি, প্ৰত্যেকটো কথা ৰুচিয়াৰ দৃষ্টিভঙ্গীৰে চাই দেশৰ এই সঙ্কটময় অৱস্থাত দেশৰ এটা জীৱন-মৰণ সমস্যাযুক্ত আন্দোলনৰ অপপ্ৰচাৰ কৰাটো আন্তৰিক ঘৃণা কৰোঁ।

বেচ মই কি কৰিব লাগিব ক।

আগেয়ে সোধ, কি নকৰিব লাগিব? আমি এই নামনি অসমত তেইচজনে লুকাই কাম কৰিম, তাৰে ভিতৰত তয়ো এটা। তোৰ পোণ প্ৰথম কাম হব এই গাৱঁত……

দুয়ো মানচিত্ৰৰ ওপৰত উবুৰি খাই পৰে। এটা এটাকৈ ভেবেলাই কাতিয়াক নিৰ্দ্দেশ দি যায়। কাতিয়াই কাগজ এখনত টুকি লয়।

* * * *

ৰেলখন চলিবলৈ আৰম্ভ হোৱাৰ লগে লগে কাতিয়াৰ মনটো বেয়া হৈ যায়। এইমাত্ৰ ৰমেশৰ লগত দেখা হৈ গ'ল। পৰিধানত তাৰ হলোচোলা এটা আৰু ফটা পায়জামা এটা। কাপোৰ-কাণি, চুলি এটাইবোৰতে ৰঙচুৱা ধূলিৰ প্ৰলেপ। কাষলতি তলত 'জনযুদ্ধ'ৰ টোপোলা এটা, বেচিবলৈ সুবিধা কৰি লবলৈ দুখনমান হাতত্তো লৈছে। কাতিয়াৰ বুকুৰ মাজৰ কোনোবা এডাল শিৰ বেদনাত টন্‌টনাই উঠে। সি ঠিক

কৰিব নোৱাৰে তাৰ বেজাৰৰ কাৰণ কি—বন্ধুবিচ্ছেদ নে অন্তৰঙ্গ বন্ধু এজনৰ আদৰ্শবিচ্যুতি।

বেচি সময় ভাব-বিলাস কৰিবলৈ তাৰ সময় নহয়। নিৰ্দ্দিষ্ট ষ্টেচন পোৱাৰ আগেয়েই ৰেল লাইনৰ দাঁতিৰ হাবি এখনৰ পৰা দিয়া টৰ্চ্চ লাইটৰ পোহৰৰ ইঙ্গিতক অনুসৰণ কৰি সি চলন্ত ৰেল গাড়ীৰ পৰা নামি পৰে।

তেতিয়া আকাশে বতাহে বিয়াল্লিচৰ জুই জ্বলি উঠিছে।

*   *   *   *

"ছাত্ৰনেতা শ্ৰীকাৰ্ত্তিক কলিতা ধৰা পৰিছে, পুলিচে তেওঁৰ ওপৰত নৰ-হত্যা, চোৰ্য্য-বৃত্তি অনধিকাৰ প্ৰবেশ, লুট, মাৰপিট আৰু অগ্নিসংযোগৰ অভিযোগ কৃজু কৰিছিল। বিচাৰৰ কলিতাৰ যাবজ্জীবন কাৰাবাস হৈছে।"

বাহিৰি কাকতে বাতৰি পৰিবেশন কৰে কিন্তু তেতিয়া কাতিয়াৰ লগৰীয়াবোৰৰ বিৰাট অংশ এটা জেলৰ ভিতৰত। বাকীবিলাকৰ বহুতৰে মিলিটাৰী ঠিকাদাৰী। গতিকে তাৰ অতি স্বল্পসংখ্যক বন্ধুৱেহে খবৰটোৰ বিষয়ে মূৰ ঘমায়। নহলে তেওঁলোকে জানিলেহেঁতেন আচলতে কি হৈছিল—কোনো এখন গাৱঁত উত্তেজিত জনতাই এটা প্ৰকাণ্ড মিলিটাৰী তেলৰ গুদাম পুৰি পেলায়। খবৰপোৱা মাত্ৰকে কাতিয়াই ঘটনাস্থললৈ লৰি আহে আৰু উত্তেজিত জনতাক বুজনি ধমকনি, অৱশেষত মাৰপিত কৰি শান্ত কৰে আৰু শিকাবলগীয়া কথাবোৰ শিকাই দিয়ে। জবানবন্দীবোৰ যেতিয়া তৈয়াৰী হল আৰু সনাক্ত-

কৰিব পৰা মানুহবোৰক যেতিয়া অপসাৰণ কৰা হ'ল তেতিয়া হঠাৎ গাৰ্ঁৰে মাজৰ কোনোবা এজনে বিশ্বাসঘাতকতা কৰি পুলিচক আটাইবোৰ কৈ দিয়ে। ফলত আটাইবোৰ কথা ওলাই পৰে। কাতিয়াই অনন্যোপায় হৈ পলাবলৈ চেষ্টা কৰে। কিন্তু অলপদূৰ গৈয়েই দেখে যে সেই বিশ্বাসঘাতকজনে তাক অনুসৰণ কৰিছে। কাতিয়াই তাক বহুতো বুজায়, কিন্তু সি বুজনি নামানি কিছুমান অকথ্য কথা কবলৈ আৰম্ভ কৰে। অভুক্ত, অনশনক্লিষ্ট, শ্ৰান্ত, হতাশ কাতিয়াৰ মূৰলৈ হঠাৎ ভগীমন আৰু বেথাবামৰ গৰম তেজ উঠি আহে। সি তাৰ কথা বন্ধ কৰে, মানুহটোক ঘূৰি যাবলৈ কয়। কিন্তু মানুহটোৱে একে ঠাইতে থিয় হৈ তাক গালি পাৰে। কাতিয়াই এটা কথা নোকোৱাকৈ মানুহটোৰ কামিজটোত বাওঁহাতেৰে খামোচ মাৰি ধৰে আৰু সোঁহাতেৰে তাৰ ছয়ফুট দুই ইঞ্চি ওখ গাটো আৰু চাৰে বিয়াল্লিচ ইঞ্চি বহল বুকুখনৰ সমস্ত শক্তিৰে চকুৰ ওপৰত এটা ঘোঁচা মাৰে......বাওঁহাতৰ মুঠিটো যেতিয়া অৱশ হৈ খুলি যায় তেতিয়াহে মানুহটো ধুপ্ কৈ শব্দ কৰি মাটিত পৰি যায়। কাতিয়াৰ চমক ভাঙে। সি লৰালৰিকৈ মানুহটোক পৰীক্ষা কৰে কিন্তু তেতিয়া নাড়ী নিস্পন্দ, প্ৰশ্বাস বন্ধ। এক মুহূৰ্তৰ ভিতৰত কাতিয়াই কৰ্তব্য স্থিৰ কৰি লয়। ওচৰত থকা থানালৈ গৈ সি সকলো স্বীকাৰ কৰে।

......শত্ৰু-ব্যৱহেলৰ পিচত দেখা যায় যে অত্যাচাৰিকসকলে

মানুহটোৰ লাওখোলাৰ হাড় এডাল বহি গৈছে আৰু তাৰ ওচৰতে তিনিটা দীঘল কাঁট মেলিছে।

* * *

বহুতো আবেদন, বহুতো প্ৰাৰ্থনা, বহুতো স্বীকৃতিৰ ফলতহে কাতিয়াই ১৯৪৭ চনৰ ১৪ আগষ্টৰ দিনা সন্ধিয়া তাৰ চেনেহী গাওঁখনিৰ শিমলুতলৰ চেঁচা বাটটোৰ থিয় হৈ আকণ্ঠ ভৰি তাৰ চিনাকী বতাহত দকৈ নিশ্বাস এটা লব পাৰে। সি আৰু আগৰ কাতিয়া হৈ থকা নাই। মুখখন ভাঙিচিঙি হাড়ৰ জ'কা এটাহে বাকী ৰৈছেগৈ, চকুজোৰ সোমোৱা আৰু তাৰ চাৰিওফাল অস্বাভাবিকৰূপে ক'লা পৰা, বুকুৰ হাড়বোৰ এডাল এডালকৈ গণিব পাৰি। সি নিজে খোজো কাঢ়িব নোৱাৰে, ভেবেলাই তাক নাৱঁৰ পৰা নমাই আনে। কাতিয়াই তালৈকে বৈ থকা ভগীমনক সেৱা কৰে। দুটা এটা কুশল সমাচাৰৰ পিচত ভেবেলাৰ গাত ধৰি কাতিয়াই গৰুৰ গাড়ীত উঠে গৈ। ভগীমনৰ পিচত থিয় দি গাৱঁৰ বিভিন্ন বয়সৰ জনতাৰ উচ্ছ্বসিত প্ৰশ্নবোৰ কাতিয়াক দেখি মূক স্তব্ধ হৈ পৰে। অদৃশ্যপ্ৰায় গাড়ীখনৰ পিনে জনতাই স্থিৰ দৃষ্টিৰে চাই থাকে, বিৰিণা মাজৰ ভাঁজটোৰ সিফালে যেতিয়া গাড়ীখন অদৃশ্য হৈ যায় তেতিয়াহে সিহঁতে তাহাঁতৰ ৰুদ্ধ নিশ্বাস পেলাব পাৰে।

গাড়ী গৈ পদূলিমুখত ৰয়গৈ, ৰাতিয়াই গোলাপীয়ে লৰি আহে। কাতিয়াই কোনোমতে মাকক সেৱা কৰে আৰু ৰাতিয়াক সাবটি লয়। ভেবেলা আৰু ৰাতিয়াই তাক নি বিচনাত শুৱাই দিয়েগৈ। থৰক্ বৰক্‌কৈ গোলাপীয়ে ঘৰৰ পিনে খোজ লয়।

ৰাতিয়ানো কলৈ গ'ল অ'। এইভালে মাথোন ৰৰ ৰৰ কথা কবহে পাৰে, কামৰ সময়ত দেখিবলৈকে নাই।

বাঁহ চাঁচোতে হাতৰ তলুৱাত হুল সোমাই উঠা অনৰ্থক খংটোৰ কাৰণেহে তাৰ ৰাতিয়াৰ কামৰ গাফিলিৰ কথা মনত পৰে।

তোৰো কথাবোৰ, দিনৰ দিনটো দেখোন সি কাম কৰিয়েই আছে। এই বাঁহবোৰৰ আধা দেখোন সিয়েই আনিছিল। এওঁ ফুট গোধূলি কাম কৰিবলৈ আহি কোনে কাম কৰিছে কোনে কৰা নাই তাকে খবৰ লবলৈ আহিছে।

তাৰ হাতত হুল সোমোৱা নাই।

কেলেই তহঁতে কব নোৱাৰ নেকি? আন এটাই আচৰিত হৈ সোধে—ৰাতিয়াৰ ককায়েক আহি পালেহি।

ৰাতিয়াৰ ককায়েক? মানে কাতিয়া ককাইটি?

কেতিয়া অ', কেতিয়া?,

এ ৰাম! এই কেইটাই শুই আছিল ইমান পৰ। আজি সাঁজ লাগি ভাগোঁতে কাতিয়া কাইক ভেবেলাকায়ে লৈ আহিছে।······ইমান খীণাইছে ভাই, নিজে খোজ কাঢ়িবই নোৱাৰে।

বলছোন ব'ল, চাওঁগে ব'ল। সিহঁতে দা, কটাৰী, কুল, পাত আটাইবোৰ নমাই থয়।

নাই, নাই, এতিয়া যাব নোৱাৰ—তাৰ কৌতূহল আগ্ৰহেই নিবৃত্ত হৈছে– নামঘৰটো আগেয়ে সজাই লব লাগিব। তাৰচোন্

কাইলৈ ৰাতিপুৱা কাতিয়াকায়ে নামঘৰলৈ আহি দেখিবহি যে আধামান কাম ৰাকীয়েই আছে, আৰু তাক চাবলৈ যোৱা কাৰণেহে লৰাবোৰে কাম আধাডুখৰীয়া কৰি এৰিলে। তেতিয়া কাতিয়া কায়ে ভাল পাবনে, বেয়া পাব? সি নিজে ইমানবোৰ কাম কৰিলে, কিন্তু আমি নামঘৰ এটাকে সজাব নোৱাৰোঁ; সি আমাক নমতাই হ'ব।

কিন্তু এবাৰ চাই আহিয়েই আকৌ কামত লাগিমেই নহয়!

এবাৰ গলে কত কথা ওলাব, কথাই কথাই বাৰটা বাজিয়েই যাব। ডবা-শঙ্খ বজোৱাৰ পিচত আৰু কি কাম কৰিবি?

সিহঁত নিৰাশ হৈ কামত লাগি যায়। এটা সৰু লৰাই ব্যগ্রভাবে কয়—কাম হৈ গ'লে যাম দেইবা?

কাম শেষ হ'লে আমাক কোনে ৰাখে? আন এটাই গোৰ্-গোৰাই গোৰগোৰাই মন্তব্য কৰে।

কিন্তু সিহঁত বেতিয়া গৈ পায়গৈ তেতিয়া হেনো কাতিয়াৰ টোপনি।

আচলতে তেতিয়া, কাতিয়াৰ টোপনি অহা নাছিল। তন্দ্রাচ্ছন্নভাৱে সি কল্পনাৰ জাল টানি গৈছে। এটা এটাকৈ তাৰ পুৰণি কথাবোৰ মনত পৰে—সৰুতে গৰু চৰোৱাৰ কথা, মহৰ পিঠিত উঠি পেপা বজোৱাৰ কথা, পানীগাৰঁৰ খীণ পণ্ডিতজনলৈ লগা ভয়ৰ কথা, টাং গুটি খেলি কথমপি ওলাই মোকোৱা চকুটো লৈ ঘৰলৈ আহি মাকৰ মাৰ খোৱাৰ

কথা ; তাৰ মনত পৰে তাৰ দেউতাকে তাক কোনোদিন কোনো কামত নিষেধো কৰা নাই, উৎসাহো দিয়া নাই। তাৰ পিচত কলেজীয়া জীৱন—কিমান অন্তৰঙ্গ আছিল দিলীপ আৰু ৰমেশ। অথচ আজি কিমানদিন সিহঁতৰ লগত দেখাই হোৱা নাই। ৰমেশ আছিল কমিউনিষ্ট আৰু দিলীপ ? কি আছিল সি ? সি নিশ্চিতভাবে কমিউনিষ্ট নাছিল, কিন্তু কংগ্ৰেছৰো তো বহুতো কথা সমালোচনা কৰিছিল। বোধকৰোঁ তাৰ মনটো নিজৰে নিচিনা সংঘাত আৰু অনিশ্চয়তাপূৰ্ণ আছিল। কিন্তু তাৰতো ভেবেলা কাই নাছিল ? তাৰ মনত ঘাত-প্ৰতিঘাতৰ চাগৈ এতিয়াও শেষ হোৱা নাই। এৰা, ভেবেলাকায়ে বিয়াল্লিচৰ ৰূপেই সলাই দিলে। কিমান উত্তেজনাপূৰ্ণ বিপদসঙ্কুল আছিল সেইবোৰ দিন। কিয় ইমান বিপদ বৰণ কৰিছিল সিহঁতে ? স্বাধীনতাৰ কাৰণে ? অথচ সেই স্বাধীনতা আজি আহিল আলাপ-আলোচনাৰ পৰা, অৱশ্যে এই আলোচনাৰ এটা কাৰণ হল; বিয়াল্লিচৰ বিপ্লব।……তথাপি তাৰ মনটো খু-দুৱাই থাকে ; এয়ে জানো স্বাধীনতাৰ একমাত্ৰ উপায় আছিল বা এনেকৈ পোৱা স্বাধীনতা জানো সিহঁতে বিচৰা স্বাধীনতা। আলোচনাৰ দিন ধৰি ভাৰতত হিন্দু-মুছলমানৰ খৰিয়াল, অথচ লীগৰ পূৰ্ণ প্ৰচাৰ কাৰ্য্যৰ ফলতো, গৱৰ্ণমেণ্টৰ পূৰ্ণ সহানুভূতি পায়ো কোনো মুছলমানে বিয়াল্লিচৰ আন্দোলনকাৰীবিলাকৰ বিপক্ষে থিয় হোৱা নাছিল। অথচ আজি সিহঁতে 'মুছলমানসকল বিপদত' ধ্বনি কৰি দেশত জুই জ্বলাই দিছে। ইয়াৰ বাবে দায়ী কোন ?

মুছলমান জনসাধাৰণ? নহয়, কেতিয়াও হব নোৱাৰে; নেতাসকল দায়ী। সৌখন গাৱঁৰ গফুৰ খুৰা, অসমীয়া বা ভাৰতীয় নহয় বুলি কলে কোনে বিশ্বাস কৰিব? আৰু তাৰ লগত কৰা সৰিয়হডৰা ভগাওঁতে চাহবাগানৰ চাহাব এজন আনিলে সি কেলেই ইটোৰ লগত সিটোৰ খৰিয়াল লগাই নিদিব? তাকে নকৰিলে যে সি আমাৰ ভাগৰ সৰিয়হৰ চান কাঢ়িব নোৱাৰে? লাহে লাহে তাৰ চিল্‌মিলকৈ টোপনি আহে।

কিন্তু বেচি সময় সি শুব নোৱাৰে। হঠাৎ এটা প্ৰচণ্ড শব্দ আৰু হাই-উৰুমিয়ে তাক সাৰ পোৱাই দিয়ে। পাগ্‌লা-ঘন্টি নেকি? কিন্তু নহয়, অলপ পিচতে সি গম পায়—নামঘৰত ডবা-শঙ্খৰ শব্দ আৰু বহুতো মানুহৰ উত্তেজিত কণ্ঠস্বৰ। তাৰ মনত পৰে যে ৰাতি বাৰটাৰ পিচৰ পৰা সিহঁত স্বাধীন। সি একেজাপে বিচনাত উঠি বহে। এই ৰাতিয়া ডালে ইমান কথা ভাবিব নোৱাৰে। খিৰিকিৰ জাপখন দিয়াৰ কি দৰ্কাৰ আছিল? সি কষ্ট কৰি জাপখন বাঁহডালৰ ওপৰেদি পিচলাই খিৰিকিখন মুকলি কৰি দিয়ে। চেঁচা বতাহ এজাকে থেলা হেচাকৈ ঘৰৰ ভিতৰ সোমাই তাৰ চুলিবোৰ আউল-বাউল কৰি পেলায়। বাহিৰত মানুহবোৰে—বেচিভাগেই লৰা-ছোৱালী লৰাঢপৰা কৰি স্বাধীনতাটো নো কি বুজিবলৈ চেষ্টা কৰিছে। ৰাতিয়াৰ মনটো বৰ মুকলি মুকলি লাগে। ইমান চেঁচা আৰু ইমান মৰমসনা বতাহজাক! নহৱনো কিয় ইযে স্বাধীন ভাৰতৰ বতাহ। ৰাতিয়াৰো আধা আন্ধাৰত আধা পোহৰত লৰি ফুৰা

লৰা-ছোৱালী জাকৰ নিচিনাকৈ দৌৰি ফুৰিবলৈ মন যায়। সি গাৰু কেইটা ওখ কৰি লৈ, তাতে হেলন দি বাহিৰলৈ চাই থাকে। কোনোবা এটাই মাজতে আহি চিঞৰি চিঞৰি কৈ যায় যে পিচদিনা ৰাতিপুৱা শিমলুতলত হোৱা পতাকা উত্তোলন উৎসৱলৈ ৰাইজে আধা আন্ধাৰ আধা পোহৰতে গা ধুই যাব লাগে। অতি উৎসাহী গামোচা লৈ নৈলৈ লৰধৰা লৰাছোৱালী-বোৰক মাকহঁতে কোনোমতে নিবৃত্ত কৰে।

পিচদিনা ৰাতিপুৱা। কাতিয়াই ভেবেলাৰ লগত নৈৰ পাৰত পতকা উত্তোলন উৎসৱলৈ আহে। দূৰৰ নকৈ সজা বাহঁৰ দলংখনৰ পৰাই সিহঁতে ৰাইজৰ সমাগম দেখি উৎফুল্ল হৈ পৰে। গোটেই গ ওঁখনৰ ৰাইজ শিমলুতলত পোতা পতাকা-ডালৰ চৌপাশে ভাঙি পৰিছে। সিহঁত গৈ সেইখিনি পোৱাৰ আগেয়েই সিফালে ঝণ্ডা-সঙ্গীত আৰম্ভ হৈ যায়। কাতিয়া চাৰিওপাশে ঘূৰি চায়—সেই পুৰণি লুইতখন, পুৰণি বিৰিণাবোৰ, পুৰণি শিমলুডাল লুৰণি শিলটো, পুৰণি বাটটো। সৰুকালত কতবাৰ ইয়ালৈকে গৰু চৰাবলৈ সি আহিছে, ইয়াৰ ধূলিৰে উপচি নপৰে মানে সি ভটাগুটি-খেলা খেলিছে। কলেজীয়া জীৱনতো কতবাৰ এই লুংলুঙীয়া বিৰিণাৰ মাজে মাজে লুকভাকু কৰি যোৱা বাটটোৰে অহাযোৱা কৰিছে। কিমান আপোন এই আটাইবোৰ। কাতিয়াৰ হঠাৎ মনত পৰে যে সি ইয়াৰে মানুহ, ইয়াতে তাৰ প্ৰকৃত পৰিচয় ফুটি উঠে। চহৰৰ বাটত অহা যোৱা কৰা কাতিয়াতকৈ, ধুতি খন এহাতেৰে ভাঙি বিৰিণাৰ

মাজে মাজে অদ্ভুত যোৱা কথা কাতিয়াতহে তাৰ নিজৰ প্ৰকৃতি ভালকৈ ফুটি উঠে। তাৰ দৃষ্টি লাহে লাহে ঘূৰি মানুহবোৰৰ কাষ পায়গৈ। আটাইবোৰ একেখন গাৱঁৰে মানুহ। কাৰোবাক মোমাই, কাৰোবাক দদাই, কাৰোবাক ককাইকৈ মতা হয়। ইহঁতৰ কাৰণে বেথাৰামে প্ৰাণ দিছে, সি নিজে জেল খাইছে। ইহঁতে স্বাধীনতা উৎসৱ পালন কৰিছে, ভাবিবলৈকে কিমান ভাল লাগে। আজি যদি বেথাই থাকিলহেতেঁন।

কাতিয়া কাই। ভেবেলা কাই!

কাতিয়াৰ চিন্তা সূত্ৰ চিঙি যায়।

আহ, আহ। লৰাহঁতে তাহাঁতক পতাকাখনৰ ওচৰলৈ যাবলৈ বাট কৰি দিয়ে। বৰমেধীয়ে পতাকা উত্তোলন কৰে, ফুলবোৰ সিঁচৰতি হৈ তলত পৰি যায়। কাতিয়াই ফুল এটা ডাঙি লয়—স্বাধীনতাৰ নিৰ্মালি। বৰমেধীয়ে কিবা অলপ কয়, লৰাছোৱালীবোৰে 'বন্দে মাতৰম্' গায়, পতাকা উত্তোলন উৎসৱ শেষ হয়। কাতিয়াই যেন ইমান পৰ একোকে দেখা নাই, একো বুজা নাই, ...ক চাব সি? উৰি থকা পতাকাখন? ৰাইজসকলক? গান গাই থকা উজ্জ্বল লৰাছোৱালীহঁতক? নে কাক?

হঠাৎ ভেবেলাই তাক ঠেলা মাৰি দিয়ে। এই শুনা নাই নেকি তই?

...অ' তই?

কি অ' তই। তোক ৰাইজে—কিবা অলপ কবলৈ কৈছে শুনা নাই?

মোক, মানে… ·মোক.?

অ' মানে তোক, যা। ভেবেলাৰ মুখত সস্নেহ অনুশাসনৰ হাঁহি, যি হাঁহিৰে বনৰীয়া জন্তুকো বশ কৰিব পাৰি।

কাতিয়া গৈ পতাকাখনৰ তলত সজা চাংখনত থিয় দিয়ে গৈ। সি এবাৰ ৰাইজৰ মুখলৈ চায় আটাইৰে মুখত হাঁহি। তাৰ কাণ দুখন ৰঙা পৰি যায়। সি তলমূৰ কৰে, আকৌ এবাৰ মূৰ ভাঙি যায়, তেতিয়াও আটাইৰে মুখত হাঁহি হাঁহি হাঁহি যেন কৈছে 'কচোন কিবা এটা, আমি যেন নাজানো হে এওঁ কি কব!' সি সাহ ঘূৰাই পায়। পতাকাখন এবাৰ চাই ললেই সি নিশ্চয় কিবা অলপ কব পাৰিব। সি মূৰ ডাঙি চায়। ঘৰত বোৱা পাটৰ তিনি বৰণীয়া পতকাখন ফিৰ্‌ফিৰ্‌কৈ উৰি আছে। সি স্থিৰ দৃষ্টিৰে চাই থাকে। সি ঠিক কৰি লয়, হয় এইবাৰ ৰাইজলৈ চাই সি গহীনাই কব 'ৰাইজসকল' তাৰ পিচত? তাৰ পিচত 'আজিৰ দিনটো হৈছে · ···।' সি মনে মনে কথাবোৰ জুকিয়াই লয়। এনে দিগ্‌দাৰ! আজিৰ দিনটোত নো ৰাইজে তাক বক্তৃতা দিবলৈ কব পায় নে?

পতকাখনৰ পৰা তাৰ দৃষ্টি খুটাডালেদি বগাই মাটি পায়হি। ঠাৎ তাৰ ভৰিৰ পৰা মূৰলৈকে জিকাৰ খাই উঠে. কথাবোৰ খেলিমেলি লাগি যায়। কোনে পোতা হৈছে খুটিডাল? সি লৰালৰিকৈ চাৰিওপিনে এবাৰ চাই লয়। ঠিক হয়, এই

ডোখৰে ইছে বেথাইক পুলিচে আনি থোৱা ঠাই, বেথাইৰ বুকুৰ তেজেৰে ঠাইডোখৰৰ মাটিয়েই ৰঙা হৈ উঠিছিল। কাতিয়াই হাত দুখনেৰে মুখখন ঢাকি পেলায়।

বহুত পৰৰ মূৰত সি হাত দুখন গুচায়। কিন্তু ইকি? সৌটো দেখোন বেথাই? মাটিৰ ওপৰত আঠু কাঢ়ি বহি, পৰম স্নেহেৰে দুই হাতেৰে পতাকাৰ খুটিডাল সাবটি ধৰি আছে। বেথায়ে তাক চকুৰে মাতে। কাতিয়াই চিঞৰি উঠে, কিন্তু মাতটো ওলায় ফুচফুচনি হৈ।

ককাইটি?

সি ককায়েকক সাবটি লয়।

বাইজে স্তব্ধ হৈ পতাকাৰ তলত মূৰ গুজি পৰি যোৱা কাতিয়াক চাই থাকে।

দূৰণিৰ পৰ্বতকন্দৰ, নৈ-বিল, ধনী-দুখীয়া আটাইৰে মূৰৰ ওপৰেদি বাগৰি অহা বতাহে এজাক শিমলুজোপা জোকাৰি দিয়ে। তলৰ পতাকাখন আৰু মানুহবোৰক টোপ টোপ কৈ পৰা নিয়ৰৰ টোপালবোৰে তিয়াই পেলায়।

—শেষ—



শ্ৰীজিতেন বৰঠাকুৰৰ

# শিমলুৰ চকুলো

আপোনাৰ স্বাধীনতাৰ দাম দিছে আপুনি। তাতোকৈ বেচি দাম দিছে গঞাঁ চহাই। গঞাঁৰ অদম্য স্বাধীনতা স্পৃহাৰ দাম বুকুৰ তেজৰ সাক্ষী শিমলুডালৰ চকুলোৱে আপোনাক আকৌ এবাৰ বিয়াল্লিচৰ ৰঙা দিনবোৰলৈ ঘুৰাই নিব।..... ...হয়তো শিমলুৰ চকুলোৰ পানীকনে আপোনাৰ চকুজুৰিও এবাৰলৈ তিয়াই যাব।...

**খনে এটকা দুঅনা ; আগধন দিলে ডাকমাচুল ফ্রি।**

প্ৰকাশক :—

অসম সাহিত্য মন্দিৰ।

পোঃ তেজপুৰ।

অসম।